সাহিত্য একাডেমীৰ পুৰস্কাৰপ্ৰাপ্ত

# অঘৰী আত্মাৰ কাহিনী

চৈয়দ আব্দুল মালিক



ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী : ৭৮১০০১

প্ৰকাশক ঃ
শ্ৰীঅজয় কুমাৰ দত্ত
ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী—৭৮১০০১

পৰিবেশক ঃ
ভাৰতী বুক ষ্টল
জি. এফ ৰোড
গোলাঘাট—৭৮৫৬২১

প্ৰচ্ছদ ঃ
পূৰ্ণেন্দু পত্ৰী

প্ৰথম প্ৰকাশ ( গুৱাহাটী বুক ষ্টল )
ডিচেম্বৰ, ১৯৬৯
পঞ্চম প্ৰকাশ ঃ
এপ্ৰিল, ১৯৯০

মূল্য ঃ ২৮'০০ টকা

ছপা ঃ
শ্ৰীবীৰেন্দ্ৰমোহন বসাক
সাৰদা প্ৰেছ
১০ ডাঃ কাৰ্তিক বোস ষ্ট্ৰীট
কলিকতা—৭০০০০৯

## উচ্ছৰ্গা

অঘৰী আত্মাৰ কাহিনী মোৰ ভাতিজা নাহাৰমাৰ হাতত দিলোঁ।

যোৱা কুৰি বছৰৰো অধিককাল নিজৰ ঘৰ-সংসাৰ, ল'ৰা-ছোৱালীৰ জা-জঞ্জালৰ লগতে মোৰ অনিয়মীয়া জীৱন-টোৰো নানা জঞ্জাল নীৰৱে সহ্য কৰি থকাৰ বাবে অন্য একো দিব পৰাৰ শক্তি মোৰ নাই।

চেনেহৰ ধাৰ শুজাৰ প্ৰশ্নই নুঠে।

মালিক দদাইতি

পাঠক-সমালোচকৰ সহৃদয়তাই 'অঘৰী আত্মাৰ কাহিনী'ক সাহিত্য একাডেমীৰ বঁটা লাভৰ যোগ্য কৰি তুলিলে। তেখেতসকলৰ আৰু সদৌ ৰাইজৰ মহানুভৱতাৰ ওচৰত মই ঋণী। ৰাইজৰ সহানুভূতিয়েই লিখকৰ প্ৰেৰণাৰ মূল।

—লিখক

॥ এক ॥

ডেকা মানুহজনে এটা খদ্দৰৰ দীঘল কুৰ্তা পিন্ধিছিল। চোলাটো তেওঁৰ গালৈ কিছু ঢিলা আৰু পুৰণি, আস্তিনকেটা বহল। চোলাটো কান্ধৰ ওচৰতে অলপ ফাটিছিল। বুকুৰ জেপ-টোত ফাউণ্টেন পেনৰ সোণালী ক্লিপটো জিলিকি আছিল।

পুৰণি যদিও চোলাটো মলিয়ন নহয়, পৰিষ্কাৰ।

ডেকাজনৰ মুখখন অলপ দীঘল চানেকীয়া। বৰণ তেজগোৰা, চকুত কিছু বেছি পাৱাৰৰ এযোৰ চছ্‌মা। ফ্ৰেমটো মিহি, সোণালী বৰণৰ। চছ্‌মাযোৰে মুখখনৰ আকৃতি-প্ৰকৃতিত কোনো অস্বাভাৱিকতাৰ সৃষ্টি কৰা নাই।

তেওঁৰ চুলিখিনি ক'লা আৰু অলপ কেঁকোৰা। দেখিলে চুলিখিনিৰ প্ৰতি তেওঁ বিশেষ যত্ন লয় যেন নেলাগে। চুলিখিনি সামান্য বিশৃঙ্খল হৈ আছে, সেই বুলি অপৰিপাটি নহয়।

গাল-মুখৰ বৰণ চাই তেওঁৰ ওঁঠ দুটা কিছু নিস্তেজ যেন দেখি। ওঁঠ দুটা অলপ সৰু। সৰু ওঁঠ যদি বুদ্ধিমত্তাৰ পৰিচায়ক হয়, তেন্তে ডেকাজনক দেখিলে বুদ্ধিমান বুলি যি ধাৰণা হয়, ওঁঠ দুটাই সেই ধাৰণাক দৃঢ়হে কৰে।

ডেকাজনে নিৰঞ্জন খাউণ্ডৰ পদূলি মুৰত নতুন ফিয়াট গাড়ীখন ৰাখি সহজভাৱেই সৰু চোতালখন পাৰ হৈ সোমাই আহি বাৰাণ্ডাত থিয় দিলেহি। আৰু এবাৰ অলপ ইফালে-সিফালে চাই মাতিলে, "ঘৰত কোন আছে ?"

গাড়ীখন ৰোৱাৰ শব্দ শুনিয়ে তেওঁলোকৰ ঘৰলৈকে কোনোবা আহিছে বুলি বুজি অপৰাজিতাই খিৰিকিৰ পৰ্দাৰ ফাঁকেদি

অভ্যাগতৰ ফালে চাই আছিল। ডেকাজনে মাত দিয়া শুনি গাৰ কাপোৰ ঠিক কৰি লৈ আৰু লাচতে আচীঁত নিজক এবাৰ চাই লৈ, ক'লা গগল্‌ছযোৰ পিন্ধি, ভিতৰৰ পৰা ওলাই আহিল, আৰু থিয় হৈ থকা অচিনাকি ডেকাজনৰ ফালে চাই সামান্য হাঁহিৰ ৰেখা চকু-মুখত বিৰিঙাই লৈ ক'লে, "আপুনি কাক বিচাৰিছে ?"

"এইয়া নিৰঞ্জন খাউণ্ডৰ ঘৰ হয় ?"

"হয়। ভিতৰলৈকে আহক,—বহক।"

"তেখেত ঘৰত নাই নেকি ?"

"তেখেত আহি পাবৰ হৈছে। এই পাবহিয়ে।"

ডেকাজন সৰু ড্ৰয়িং ৰুমটোলৈ সোমাই গ'ল আৰু বিশেষ ভূমিকা নকৰি বেতৰ চকী এখনতে সহজভাৱে বহিল।

অপৰাজিতাই তেওঁৰ মুখৰ ফালে চাই থকাটো অনুভৱ কৰি ডেকাই ক'লে, "আপুনি মোক চিনি নেপাব বোধ হয়। ময়ো আপোনাক ভালকৈ চিনি পোৱা নাই। মোৰ নাম শশাঙ্ক চৌধুৰী, আপুনিয়ে বোধকৰো মিচেছ খাউণ্ড ?"

"হয়—এটোপা চাহ কৰো, আপুনি অকণমান বহক"—অপৰাই ক'লে। ডেকাজনৰ নামটো জনাৰ পিছতো, তেওঁ কোন, ক'ৰপৰা আহিছে, খাউণ্ডৰ লগত কিবা চিনা-জনা আছেনে নাই, একো বুজিব নোৱাৰিলে। শশাঙ্কক দেখিলেই বহুত দিনৰ চিনাকি যেন লাগে। সেই কাৰণেই অপৰাৰ তেওঁক বৰ আচহুৱা যেন নেলাগিল।

সাউৎকৰে ভিতৰলৈ গৈ বটা এটাতে ইলাচী দুটামান দি অপৰাই বটাটো আনি শশাঙ্কৰ সমুখৰ সৰু মেজখনৰ ওপৰত থলে আৰু কোঠাটোৰ এচুকে থকা ৰেক্‌খনৰ পৰা দুখনমান অলপ পুৰণি ইংৰাজী আৰু অসমীয়া আলোচনী মেজখনৰ ওপৰত থৈ ক'লে, "মই অকণমান আহিছোঁ, বেয়া নেপাব দেই"।

শশাঙ্কই এবাৰ অপৰাৰ মুখলৈ চাই, আলোচনী এখন টান

মাৰি আনিলে আৰু তাৰ কভাৰৰ ওপৰত থকা ছবিখনৰ ওপৰত চকুৰ সমগ্ৰ দৃষ্টি কেন্দ্ৰীভূত কৰিলে।

আগফালে এখন বাৰাণ্ডা আৰু পাছফালে এখন বাৰাণ্ডাৰে তিনি কোঠলীয়া এটা হাফ্‌ৱালৰ মজলীয়া আকাৰৰ টিনৰ ঘৰ। ঘৰটো সজাৰৰ ১৫।১৬ বছৰমান হোৱা যেন লাগে। আগফালে এখন সৰু চোতাল, পাছফালেও এখন তাতকৈ বহল চোতাল আৰু এখন সৰু শাক-পাচলিৰ বাৰী। চোতালৰ এমূৰে ৰান্ধনি ঘৰটোৰ কাষতে টিউবৱেলটো।

ঘৰটোৰ ভিতৰৰ আচবাব-পত্ৰৰ পৰা পৰিয়ালটোৰ আৰ্থিক অৱস্থাৰ নিশ্চিত ধাৰণা কৰিব নোৱাৰি। অলপ ভালকৈ চালে কিছু অমিল চকুত পৰে। যিটো কোঠা ড্ৰয়িংৰুম কৰি লোৱা হৈছে তাৰ দুৱাৰ-খিৰিকিৰ পৰ্দা, চকী-চ'ফাৰ কুছন কভাৰ, টেবুল ক্লথ আদি যথেষ্ট দামী আৰু পৰিষ্কাৰ। চ'ফা ছেট্‌টোও আধুনিক ডিজাইনৰ ; ভাল কাঠৰ আৰু যথেষ্ট মূল্যবান। তাৰ তুলনাত আনকেটা কোঠাৰ সাজসজ্জা কিছু অপৰিচ্ছন্ন আৰু পুৰণি, এই অসামঞ্জস্যৰ কাৰণে মানুহঘৰৰ ৰুচি আৰু আৰ্থিক অৱস্থাৰ নিশ্চিত ধাৰণা কৰিব নোৱাৰি। অৱশ্যে নগৰ কাষৰীয়া মধ্যবিত্তৰ ঘৰত এনে ধৰণৰ সাজসজ্জাৰ বৈসাদৃশ্য একো নতুন কথা নহয়। বৰ্তমান আমাৰ সমাজত প্ৰকৃত অভিজাত বা এৰিষ্টক্ৰেট নোহোৱা হৈ আহিছে। অৰ্থনৈতিক কাৰণতে হওক বা মানসিক কাৰণতে হওক, ব্যৱহাৰিক জীৱনৰ নিশ্চিত মান নিম্নগামী হৈছে। সেই দেখি কাৰোবাৰ ড্ৰয়িংৰুম চাই ৰান্ধনিশালৰ নিৰ্ভুল ধাৰণা কৰিব নোৱাৰি।

নিৰঞ্জন থাউ'ডৰ ঘৰখনৰ বিষয়ে সেই দেখি শশাঙ্ক চৌধুৰীয়ে বিশেষ কোনো ধাৰণা কৰিব নোৱাৰিলে, তাৰ যত্নও তেওঁ নকৰিলে, এবাৰ মাথোন কোঠাটোৰ ভিতৰখনত সাধাৰণভাৱে চকু ফুৰাই লৈ পুৰণি আলোচনীখনৰ পাততে কিবা এটা দৰকাৰী কথা পোৱাৰ দৰে তেওঁ নিজক ব্যস্ত ৰাখিলে।

এই সময়ত যে ঘৰখনত অপৰাজিতাৰ বাহিৰে অন্য কোনো মানুহ নাই, এই কথা বুজিবলৈ শশাংকৰ টান নেলাগিল ; কিন্তু নিৰঞ্জন আৰু অপৰাৰ বাহিৰে ইয়াত অন্য কোন আছে বা থাকিব পাৰে, সেই কথাও শশাংকই নেজানে। ল'ৰা-ছোৱালী কোনোবা আছে যদিও স্কুল-তিস্কুল ক'ৰবালৈ যাব পায়। শশাংকই সেইবাবে চিন্তা কৰাৰ প্ৰয়োজন বোধ নকৰিলে। তেওঁ চকুৰ আগত মেলি লোৱা আলোচনীখনো কোনো বিশেষ আলোচনী নাছিল, তাতে সেই আলোচনীখন দুই-তিনি মাহৰ আগৰ। শশাংকই এনেয়ে চকু ফুৰাই গ'ল মাথোন। এখন মাহেকীয়া পত্ৰিকা বা আলোচনী কেনেকুৱা হ'ব লাগে সেই বিষয়ে শশাংকৰ কোনো স্পষ্ট ধাৰণা নাই। তেওঁ সাধাৰণভাৱে ভাবিলে যে এই আলোচনীখন নিশ্চয় ইয়াতকৈ ভাল হ'ব পাৰিলেহেঁতেন।

এনেতে তেওঁ দেখিলে পদুলিয়েদি কোনোবা এজন সোমাই আহিছে। তেওঁ অভ্যাগতৰ ফালে চালে।

মানুহজন নিৰঞ্জন থাউণ্ড নহয়, আন কোনোবাহে। মানুহজন অহাত অকণো গুৰুত্ব প্ৰকাশ নকৰি শশাংকই পুনৰ আলোচনীখনত আত্মনিয়োগ কৰিলে।

বাহিৰৰ পৰা মানুহজন আহি দুৱাৰমুখত থিয় দিয়াৰ মুহূৰ্ততে ভিতৰৰপৰা হাতত ট্ৰে এখনত এপিয়লা চাহ আৰু এক প্লেট বিস্কুট-পেষ্টি লৈ অপৰাও কোঁঠাটোলৈ সোমাই আহিল। দুয়ো দুয়োলৈকে চালে, তাৰ পিছত নিৰুদ্বিগ্নভাৱে অপৰাই ক'লে, "কনক, আহা।"

অপৰাই প্লেটখন আৰু চাহপিয়লা শশাংকৰ সন্মুখৰ মেজখনৰ ওপৰত থৈ ক'লে, "চাহটোপা খাওক—"

তাৰ পিছত কনকৰ ফালে চাই ক'লে, "এখেত শশাংক চৌধুৰী। বহা কনক, চাহ তোমালৈকো আনিম নেকি ?"

কনকে শশাংকক প্ৰণাম জনালে। তাৰ পিছত মুখ জোকাৰি

ক'লে, "এতিয়া বাৰু মই চাহ কিয় খাম ? এখেতে, জানিছে চৌধুৰী, কোনোবা আহি বাহিৰলৈ নোপাওঁতেই চাহ-চৰ্ত লৈ হাজিৰ হয় ।"

শশাংকই এবাৰ হুঁহাৰ নিচিনা কৰি বিস্কুট এডোখৰ তুলি ললে ।

"দাদা নাই ?" কনকে সুধিলে ।

"আজি এতিয়াও অহা নাই ।"

"কোন ফালে গ'লবা ?"

অপৰাই প্ৰশ্নটোৰ উত্তৰ এৰাই যাবৰ চেষ্টা কৰিলে আৰু মাতত আত্মীয়তা মিহলাই শশাংকক ক'লে, "আপুনি ইয়ালৈ কেতিয়া আহিল ?"

"কালি ।" শশাংকৰ চমু উত্তৰ ।

"ক'ত উঠিছেহি ?"

"অবিনাশ ফুকনৰ হোটেলত । মোৰ চিনাকি ।"

"আমাৰ ইয়ালৈকে নাহিল কিয় ?"

"ঘৰৰ ঠিকনা আজিহে বিচাৰি পাইছোঁ ।"

কনকে শশাংকৰ মুখলৈ চালে । তেওঁ শশাংকক চিনিব পৰা নাই । অপৰায়ো যে শশাংকৰ বিশেষ একো নেজানে এই কথা কনকক জানিবলৈ নিদিবৰ মনেৰেই অপৰাই ক'লে, "এতিয়া হোটেলৰ পৰা একেবাৰে গুচি আহিছে নহয় ?"

শশাংকই চাহত শোহা এটা মাৰি ক'লে, "হোটেলৰ পৰা আহিলোঁ, পাৰিলে আজিয়ে মই ইয়াৰ পৰা যাবগৈ লাগিব । নিৰঞ্জনক লগ পাই যাওঁ বুলিহে ইয়াত সোমালোঁ ।"

অপৰা অসুবিধাত পৰিছিল । শশাংকৰ বিষয়ে তেওঁ একোকে নেজানে । তেওঁ কোন, কি কৰে, ক'ৰপৰা আহিছে, কিয় আহিছে, ক'লৈ যাব একো ক'ব নোৱাৰে । এখন নতুন ফিয়াট গাড়ী আৰু আগেয়ে নেদেখা এজন নতুন মানুহ—ইমানকে দেখিছে । কিন্তু

কনকে এই কথা জনাটো যেন বেয়া হ'ব এনে ভাবি এইবাৰ অপৰাই কনকলৈ চাই ক'লে, "কনক ৰাতিপুৱা আজি দাদাৱে তোমাৰ কথা কৈছিল। দাদাৰ আহি পাবই। তুমি লগ কৰি যাবা।"

তাৰ পিছত শশাংকক ক'লে, "গাড়ীখন বৰ ৰ'দত আছে। চোতাললৈকে সুমাই আনি গছজোপাৰ ছাঁতে থওকহি, মই ভাত-পানীৰ দিহা কৰোঁ।"

কথাখিনি এনে ধৰণে ক'লে যেন শশাংক তেওঁৰ বহুদিনৰ পুৰণি চিনাকি।

শশাংকই ক'লে, "সিমানপৰ মই থাকিব নোৱাৰিম। আৰু ভাতৰ দিহা আপুনি কৰিব নেলাগে। নিৰঞ্জক অকণমান লগ পোৱাৰ দৰকাৰ আছিল।" তেওঁ হাতৰ ঘড়ীটো চালে আৰু ক'লে, "আৰু চল্লিশ মিনিট মই বহিম, ভিতৰত আপোনাৰ নিশ্চয় কাম আছে, কৰকগৈ য্যাওক। নিৰঞ্জন যদি আহে মই লগ পাই যাম। নহ'লে অইন কেতিয়াবা আহিম।"

তাব পিছত কনকৰ ফালে চাই ক'লে, "আপুনি ইয়াৰে ?"

কনকে হাঁহি ক'লে, "হয়। এইয়া অলপ দূৰতে আমাৰ ঘৰ। আপোনাক কিন্তু আমাৰ ইয়াত আগে দেখা যেন মনত পৰা নাই।"

শশাংকই ক'লে, "মই ইয়ালৈ কালি আহিছোঁ।"

'দাদাৰ লগত চিনাকি আছে ?"

"নিৰঞ্জনে ময়ে হাইস্কুলত একেলগে পঢ়িছিলোঁ।"

"ইয়াতে ?"

"নহয়, তেজপুৰত।"

"এতিয়া আপুনি ক'ত থাকে ?"

"গোটেই অসমত।"

কনক আৰু অপৰাই শশাংকৰ মুখলৈ চালে। শশাংকই হঁহা নাই। ডেকা যদিও মানুহজন গহীন, তেজপুৰত একেলগে হাইস্কুলত পঢ়া শশাংকৰ বিষয়ে কোনোদিন নিৰঞ্জনে অপৰাৰ আগত

একো উল্লেখ কৰা নাই—কথাষাৰ অপৰাৰ বিস্ময়কৰ যেন লাগিল। কত কথাই, কত মানুহৰ কথাই নিৰঞ্জনে কতবাৰ কৈছে।

নাই কোৱা।

কাহানিও নাই কোৱা।

কথাষাৰ অপৰাৰ অবিশ্বাস্য যেন লাগিল।

শশাংকই কি কৰে সোধাটো ৰুচিসম্মত নহ'ব যেন অনুভৱ কৰিলে কনকে।

আলোচনীখনৰ পাত লুটিয়াই লুটিয়াই শশাংকই গাত নলগা ধৰণে সুধিলে, "নিৰঞ্জনে আজিকালি কি কৰে? কিবা কৰিছেনে এনেই আছে?"

প্ৰশ্নটোৱে অপৰাক স্পষ্টভাৱে বিব্ৰত কৰিলে। এইটো প্ৰশ্নৰ উত্তৰ নতুন ফিয়াটেৰে অহা শশাংকৰ নিচিনা এজন মানুহৰ আগত দিয়াটো অপৰাৰ কাৰণে বৰ লজ্জাজনক নহ'লেও অস্বস্তিকৰ।

অপৰাই কনকৰ মুখলৈ চালে। কনকো কম বিব্ৰত হোৱা নাছিল। তথাপি কনকে ক'লে, "দাদাৰ কাম বহুত—কংগ্ৰেছ অফিচত কাম কৰে, খাদী ভাণ্ডাৰত পাৰ্ট টাইম একাউণ্টেণ্ট কৰে, হাইস্কুলত কাম কৰে·· অনাৰেৰী—"

হঠাৎ আলোচনীৰ পাতৰপৰা মূৰ তুলি শশাংকই অপৰা আৰু কনকৰ মুখলৈ এনে ধৰণে চালে যেন এওঁলোকৰ কথা তেওঁ অকণো বিশ্বাস কৰা নাই, আৰু যেন দুয়োজন লগ লাগি তেওঁৰ আগত মস্ত মিছা কথা এটা কৈছে।

শশাংকই ঘড়ী চালে। যথেষ্ট সময় পাৰ হৈ গৈছে যদিও তেওঁ নিৰ্ধাৰিত কৰা চল্লিশ মিনিট এতিয়াও শেষ হোৱা নাই; প্ৰায় ২৫ মিনিট এতিয়াও বাকী।

চোলাৰ জেপত হাত দি অপৰাৰ ফালে চাই তেওঁ ক'লে, "চিগাৰেট এটা খাওঁ, যদি বেয়া নেপায়?"

নম্ৰভাৱে হাঁহি অপৰাই ক'লে, "খাওক—"

চিগাৰেটটো জ্বলাই লৈ এইবাৰ শশাংক চকীখনত আউজি বহিল আৰু অপৰাৰ মুখলৈ পোনপটীয়াকৈ চাই ক'লে, "বহুত দিন মই নিৰঞ্জনক লগ পোৱা নাই। তেওঁ কি কৰে নকৰে তাৰো ভু নেপাওঁ। এইখন চহৰতে আছে বুলি মাত্র খবৰ পাইছিলোঁ—"

এই কথাখিনিৰ কি উত্তৰ দিব লাগিব অপৰাই ভাবি নেপালে। তেওঁ ক'লে, "আপুনি ভাত খাই যাব লাগিব। নহ'লে মই নেৰো।"

অপৰাক অপ্রস্তুত কৰি দি শশাংকই কৈ উঠিল, "মোক আপোনালোকে চিনি নাই পোৱা নহয় জানো? নিৰঞ্জন আহি দেখিলেও মোক এতিয়া চিনি পাবনে নেপায় ক'ব নোৱাৰোঁ। মোক বাৰু আপুনি কিয় ভাত খুৱাব?"

এইবাৰ কনকে কিছু কৌতূহলেৰে অপৰাৰ মুখলৈ চালে। অপৰায়ো তেন্তে শশাঙ্কক চিনি পোৱা নাই!

এই পৰিস্থিতিৰ পৰা তিনিওকে উদ্ধাৰ কৰিলে নিৰঞ্জনৰ আগমনে। পদুলিমুৰত ৰৈ থকা গাড়ীখনৰ ফালে মনোযোগেৰে চাই চাই পৰিশ্রান্তভাৱে নিৰঞ্জন সোমাই আহিল।

"সেইয়া তেখেত আহিল—" ৰক্ষা পোৱাৰ ধৰণে অপৰাই ক'লে।

শশাঙ্কই দুৱাৰমুখলৈ চকু ঘুৰালে।

এজন আদহীয়া মানুহ, কেইবাদিনো নুখুৰোৱা আধাপকা ডাড়ি আৰু গোঁফে মুখখন ঢাকি ৰাখিছে। চুলি-পাতল মূৰটোৰ আগফাল টপা।

মানুহজন আটিল যদিও খীণ, চকুহাল বিষণ্ণ, ওঁঠ দুটা শুকান আৰু নীৰস।

প্রথমতে যেন শশাঙ্কৰো বিশ্বাস কৰিবলৈ টান লাগিল— এইজনেই নিৰঞ্জন নে?

নিৰঞ্জনে শশাঙ্কৰ মুখলৈ চালে।

"কি চাই আছা? মই শশাঙ্ক, চিনিবই পৰা নাই নেকি? আহা, ভিতৰ সোমাই আহা—"

পৃথিবীৰ বিস্ময় নিৰঞ্জনৰ চকু দুটালৈ নামি আহিল। প্ৰথমে তেওঁ কিছু সপ্ৰতিভ হ'ল; তাৰ পিছত কিছু উচ্ছ্বসিতভাৱে ক'লে, "তুমি কেতিয়া আহিলা? ক'ৰপৰা আহিলা? এওঁক চিনি পাইছা অপৰা—?"

"বহাচোন বহা, আমাৰ চা-চিনাকি অথনিয়ে হ'ল। চাহো খালো, ভাত খাবৰ কাৰণেহে তোমালৈ বাট চাই বৈ আছোঁ। নহয়?" অপৰাৰ ফালে চাই শশাঙ্কই ক'লে।

শশাঙ্কই ক'লে, "বহা, বহা। তোমাৰ ঘৰ বিচাৰি উলিওৱা আৰু খেৰৰ মেজিত বেজী বিচাৰি উলিওৱা একে কথা। তোমাৰ নাম সকলোৱে জানে, অথচ তোমাৰ ঘৰটো ক'ত কোনেও নেজানে। তুমিও আচৰিত আৰু তোমাৰ নগৰখনৰ মানুহবোৰো আচৰিত।"

কথাষাৰত অপৰাই কিছু লাজ পালে।

কনকে ক'লে, "দাদাতকৈ বৌদেউকহে ইয়াৰ মানুহে বেছি ভালকৈ চিনে। বৌদেউৰ নাম কোৱা হ'লে আপোনাক যেই কোনো মানুহে ঘৰটো চিনাই দিব পাৰিলেহেঁতেন।"

কথাষাবত অপৰাৰ চকুলৈ নামি আহিল গৰ্ব, শশাঙ্কৰ চকুলৈ নামিল সামান্য কৌতূহল, আৰু নিৰঞ্জনৰ চকুলৈ নামি আহিল অস্পষ্ট বিৰক্তি আৰু অসন্তুষ্টি।

পৰিস্থিতিটো লঘু কৰি দি শশাঙ্কই ক'লে, "মই আকৌ বৌদেউৰ নামটো নেজানো নহয়—"

প্ৰসঙ্গটো তল পেলাবৰ উদ্দেশ্যে নিৰঞ্জনে ক'লে, "ইয়ালৈ আহিবা বুলি এখন চিঠি দিয়া হ'লেই দেখোন হয়।"

"তেতিয়া হ'লে এই আৱিষ্কাৰৰ কোনো আনন্দই নেথাকিলহেঁতেন। তোমাৰ ঘৰত যে অচিনাকি মানুহকো চাহ-ভাত খুৱায় মই কেনেকৈ জানিলোঁহেঁতেন?"

শশাংকৰ কথাবাৰত নিৰঞ্জন যেন তৃপ্ত নহ'ল। তেওঁ মাথোন ক'লে, "গাড়ী তোমাৰে নহয় জানো? বৰ ৰ'দত আছে। চোতালৰ ভিতৰলৈ আনি থোৱা।"

কৈ নিৰঞ্জন ভিতৰলৈ গ'ল।

"যাওক", বুলি অলপ সৰু মাতেৰে অপৰাই শশাংকক কৈ তেৰোঁ ভিতৰলৈ গ'ল।

শশাংক বহাৰপৰা উঠি বাৰাণ্ডাখনলৈ আহিল। ৰ'দজাক টান হৈছে সঁচা, কিন্তু এই ৰ'দত আৰু দহ বা পোন্ধৰ মিনিট থাকিলেই গাড়ীখন নিশ্চয় গলি নেযায়। তথাপি তেওঁ ওলাই গৈ গাড়ীখন ভিতৰ সুমুৱাই আনি চোতালৰ কাষৰ গছজোপাৰ ছাঁতে থলেহি।

কুতাটো খুলি নিৰঞ্জন ভিতৰৰ পৰা ওলাই আহিল আৰু কনকক ক'লে "আজি সন্ধিয়া এবাৰ আহিবাচোন কনক। এতিয়া আৰু কথা নেপাতো। শশাংক আহিছে। এৰা, বহুত দিনৰ মূৰত আজি শশাংকক দেখা পালোঁ।"

কনকে ক'লে, "মই তেন্তে এতিয়া যাওঁ। কাইলৈৰ ফাংচনটোলৈ বৌদেউ যাব নহয়?"

"জানো, তুমি নিজে সুধি যোৱা।"

কনক ভিতৰলৈ গ'ল, শশাংক আকৌ সোমাই আহিল।

দুয়ো মুখামুখিকৈ বহিল।

শশাংকই নিৰঞ্জনক চিগাৰেট এটা আগবঢ়াই দি ক'লে, "খোৱানে নোখোৱা?"

দুয়ো চিগাৰেট হুপিব ধৰিলে। দুয়ো যেন কিবা গুৰুত্বপূৰ্ণ কথা এটা আৰম্ভ কৰিব খুজিছিল, কিন্তু ক'ৰপৰা কেনেকৈ আৰম্ভ কৰিব তেওঁলোকে ভাবি পোৱা নাছিল। এই নীৰৱতাই যেন স্বাভাৱিক।

ভিতৰৰপৰা অপৰাই আহি ক'লে, "আপোনাক গা ধুবলৈ পানী দিওঁ?"

শশাংকই অপৰাৰ মুখলৈ চালে। তাৰ পিছত নিৰঞ্জনক ক'লে, "মই গা ৰাতিপুৱাই ধুলোঁ। যোৱা তুমি গা-পা ধোৱাগৈ।"

নিৰঞ্জনে কিন্তু লৰচৰ নকৰিলে। কিবা কাৰণত হঠাৎ তেওঁ চিন্তিত হৈ পৰিল। চকু-মুখলৈ অধিক বিষণ্ণতা নামি আহিল।

শশাংকই উপলব্ধি কৰিলে যে নিৰঞ্জন আৰু অপৰাজিতাৰ বয়সৰ প্ৰভেদ যথেষ্ট বেছি। অপৰা এজনী একেবাৰে নতুন গাভৰু—স্মাৰ্ট, স্বাস্থ্যৱতী, সুন্দৰী। ঘৰৰ ভিতৰত গগল্‌ছ পিন্ধি থকাটো তেওঁ কৌতূহলেৰে লক্ষ্য কৰিলে যদিও, সেইটো বৰ বিসদৃশ কথা নহয় যেন লাগিল। ৰ'দ টান হৈছে। হয়তো তেওঁৰ চকুৰো কিবা অসুখ হ'ব পাৰে।

লাহে লাহে নিৰঞ্জনে ক'লে, "আমি এৰা-এৰি হোৱা বহুত দিন হ'ল, নহয়? সঁচা কথা ক'ব লাগিলে মই তোমাৰ কথা একেবাৰে পাহৰি গৈছিলোঁ। তোমাৰ যে কেনেকৈ মনত পৰিল!"

হাতৰ ঘড়ী চাই শশাংকই ক'লে, "তোমালোকৰ খবৰো মই একেবাৰে পোৱা নাছিলোঁ। নিজৰ কামত ইয়ালৈ আহিছিলোঁ। তেতিয়া তোমাৰ কথা মনত পৰিল। তুমি কিন্তু যথেষ্ট বুঢ়া হৈ গৈছা। কি হৈছিল, কিবা ডাঙৰ অসুখ হৈছিল নেকি?"

শশাংকৰ কথাৰ উত্তৰ নিৰঞ্জনে নিদিলে। তেওঁ ক'লে, "ইয়াত কেইদিন থাকিবা?"

"ক'ব পৰা নাই। আজি কিন্তু থকা নহ'ব। এতিয়াই মোৰ এজন মানুহক লগ পাব লগা আছে। এপইণ্টমেণ্ট আছে। কিছু-দিনৰ পিছত মই ইয়াতে থাকিবলগীয়াও হ'ব পাৰে।"

"তুমিনো আজিকালি কি কৰা?"

"বহুত কিবাকিবি। সেইবোৰ বাৰু পিছতো কম। এডভোকেট হেমিদোৰ ৰহমানক চিনি পোৱা?"

"তেওঁক লগ পাবা? ইয়াৰপৰা দুমাইল হ'ব তেওঁৰ ঘৰলৈ।"

"তেওঁক লগ পাব লাগে। যদি কাম হৈ যায় মই আজিয়ে যামগৈ। নহ'লে ৰাতিটো থাকিবলগীয়া হ'ব পাৰে।"

"ভাত খাই যোৱা।"

"সময় নহ'ব।"

"তাৰপৰা কেতিয়া ঘূৰিবা?"

"কিছু সময় লাগিব পাৰে।"

অপৰাই ক'লে, "তেন্তে ঘূৰি আহিয়ে খাবাহি। ভাতপানী কিন্তু হৈছিলেই।"

"আগে বাৰু মই হেমিদোবৰ ওচৰৰপৰা আহোঁ।"

শশাঙ্ক উঠিল।

"আজি ৰাতি আমাৰ ইয়াতে থাকিবাহি তেন্তে।"

"বাৰু দেখা যাওক। আহোঁচোন দেই।"

অপৰাও বাৰাণ্ডালৈ ওলাই আহিল।

"অন্য ক'লৈকো নেযাব। কাম হৈ গ'লে ইয়ালৈকে ঘূৰি আহিব। মই বাট চাই থাকিম—" অপৰাই ক'লে।

শশাঙ্কই মাথোন সামান্যভাৱে হাঁহিলে আৰু চিগাৰেট এটা জ্বলাই লৈ ওঁঠেৰে কামুৰি ধৰি গাড়ীখন লৈ ওলাই গ'ল। কিছু সময় অপৰাজিতা আৰু নিৰঞ্জনে সেইফালে চাই থাকিল, তাৰ পিছত ভিতৰলৈ গুচি আহিল।

॥ দুই ॥

ভাত খাই থাকোঁতে নিৰঞ্জনে চম্নকৈ অপৰাক শশাঙ্কৰ বিষয়ে ক'লে—

একালৰ অসমৰ মন্ত্ৰী মন্মথ চৌধ্নৰীৰ সৰ্ন প্নতেক শশাংক চৌধ্নৰী। মন্মথ চৌধ্নৰী একাধাৰে ভালেমান বছৰ মন্ত্ৰী আছিল। মান্নহজন বৰ ব্নধিয়ক আছিল। মন্ত্ৰী থকা কালছোৱাৰ ভিতৰতে অজস্ৰ টকা-পইচা আৰ্ন ধন-সম্পত্তি কৰিছিল, তিনিখন চাহবাগিচা কিনিছিল, বেংকৰ লাখটকীয়া ছেয়াৰ কিনিছিল, বহ্নত মাটি কিনিছিল, আৰ্ন পবি থকা চৰকাৰী মাটি নিজৰ নামত লগাই লৈছিল। আগৰ কালৰ ৰজাৰ খিতাপ আৰ্ন প্ৰতিপত্তিৰে মন্মথ চৌধ্নৰীয়ে মন্ত্ৰিত্ব কৰিছিল।

তেওঁ দ্নগৰাকী বিয়া কৰাইছিল। প্ৰথম গৰাকীৰ এজনী ছোৱালী আৰ্ন তিনিজন ল'ৰা হৈছিল, আৰ্ন দ্বিতীয় গৰাকীৰ এজনী ছোৱালী আৰ্ন এজন ল'ৰা হৈছিল।

শশাংকই আছিল মন্মথ চৌধ্নৰীৰ সৰ্ব-কনিষ্ঠ প্নত্ৰ সন্তান।

সৰ্নৰেপৰা শশাঙ্ক অলপ অন্য ধৰণৰ আছিল। কোনো এক অজ্ঞাত কাৰণত শশাংকই দেউতাকক ভাল নেপাইছিল। ছিলং-গ্নৱাহাটী ক'তো নেথাকি শশাঙ্ক আছিল তেজপ্নৰৰ এজন মোমায়েকৰ ঘৰত। এইজন মোমায়েকৰ অৱস্থা ভাল নাছিল। তেওঁ এখন ইউৰোপীয় চাহবাগিচাৰ সৰ্ন-কেৰাণী আছিল। সাধাৰণভাৱে চলিছিল। শশাঙ্ক তেওঁলোকৰ ঘৰতে আছিল।

পঢ়া-শ্ননাত শশাঙ্ক চোকা আছিল, কিন্তু নিয়মমতে পঢ়া-শ্ননা

কাহানিও নকৰিছিল। এইবাবে স্কুলত শাস্তি-তিৰস্কাৰো ভুগিবলগীয়া হৈছিল। মন্ত্ৰীৰ ল'ৰা বুলি শিক্ষকসকলে বেলেগ বিবেচনা কৰাৰ প্ৰয়োজন বোধ নকৰিছিল। তেতিয়া শিক্ষাৰ্থীৰ এটাই পৰিচয় আছিল—ছাত্ৰ।

শশাংকই কিন্তু প্ৰমোচন প্ৰতি বছৰ নিয়মমতেই পাইছিল।

শশাংক আছিল নামকৰা ফুটবল খেলুৱৈ। ৰাইট বেকত খেলিছিল, আৰু যিখন খেলত শশাংকই খেলিছিল, সেই খেলত শশাংকৰ পক্ষ কোনোদিন নেহাৰিছিল। তেতিয়াৰ পৰাই শশাংকৰ চৰিত্ৰৰ এটা দিশ স্পষ্ট হৈ পৰিছিল—শশাংক বৰ খোলাখুলি মনৰ স্পৰ্টচ্‌মেন স্পিৰিটৰ ল'ৰা আছিল। অতিশয় নিভীক, স্পষ্টবাদী, সাহসী আৰু নিজৰ মতত দৃঢ়।

নিৰঞ্জনৰ লগত চিনাকি আৰু আত্মীয়তা গঢ়ি উঠাৰ ক্ষেত্ৰ অৱশ্যে খেলপথাৰ নাছিল। নিৰঞ্জন খেলুৱৈ নাছিল, আছিল ভাল ছাত্ৰ—চোকা, মেধাৱী, অধ্যয়নপ্ৰিয়, কিন্তু কিছু উদাসীন। নিৰঞ্জনৰ দেউতাক আছিল স্কুল মাষ্টৰ, অৱস্থা সিমান স্বচ্ছল নাছিল। স্কুলত কাম কৰাৰ উপৰি টিউচন আদি কৰি কষ্টেৰে পৰিয়াল পুহিছিল। কিন্তু তেওঁ বৰ আদৰ্শবাদী আছিল আৰু ১৯৪২ চনৰ আন্দোলনত চাকৰি এৰি দি দেশৰ মুক্তি সংগ্ৰামত জঁপিয়াই পৰিছিল। ফলত পৰিয়ালটো চৰম আৰ্থিক অনাটনত পৰিছিল। নিৰঞ্জন তেতিয়া স্কুলৰ ছাত্ৰ আছিল।

এনে দিনতে শশাংকৰ লগত নিৰঞ্জনৰ পৰিচয় আৰু আত্মীয়তা গঢ়ি উঠিছিল। প্ৰকৃততে কিন্তু দুয়োৰে মাজত দেখাই-মেলাই, আকৃতিয়ে-প্ৰকৃতিয়ে মিল অতি কমেই আছিল। শশাংক ওখ আৰু লাহী, নিৰঞ্জন চাপৰ আৰু কিছু শকত। নিৰঞ্জনৰ ৰাপ লিখা-পঢ়াত, শশাংকৰ খেল-ধেমালিত। শশাংক অলপ হৈ-চৈ আৰু খেয়ালি—ৰহমান মাষ্টৰৰ ভাষাত ইডিয়'চিন্‌ক্ৰেটিক আৰু আন্‌প্ৰেডিক্টেবল্‌। নিৰঞ্জন উদাসীন, ধীৰ আৰু আদৰ্শবাদী।

তথাপি একেলগে স্কুলত পঢ়ি থকা দিনত দুয়োৰে বৰ ঘনিষ্ঠ আৰু অকৃত্ৰিম বন্ধুত্ব আছিল। এটা কথাত দুয়োৰে মিল আছিল —দুয়ো আছিল নিজ নিজ মতত দৃঢ় আৰু আঁকোৰগোজ। নিজৰ মত প্ৰতিপন্ন কৰিবৰ কাৰণে যুক্তি-তৰ্কত হাৰ মানিবলৈ এজনো প্ৰস্তুত নাছিল, আৰু কেতিয়াবা কোনো বিষয় লৈ এনে তৰ্কবাদ চলি থকাৰ সময়ত অন্যান্যই তেওঁলোকৰ কাজিয়া লগা বুলিহে ভাবিছিল। · ···

শশাংকৰ কথা আজিলৈকে নিৰঞ্জনে অপৰাৰ আগত কিয় এবাৰো উলিওৱা নাছিল, সেই কথা জানিবলৈ অপৰাৰ কৌতূহল হৈছিল যদিও, সেই প্ৰশ্ন এতিয়াই তেওঁ নকৰিলে। কিন্তু অপৰাই এই কথাও ভাবিলে যে এনে এজন বাল্যবন্ধুৰ কথা সম্পূৰ্ণ পাহৰি আছিল বুলি নিৰঞ্জনে ক'লেও তেওঁ বিশ্বাস কৰিব নোৱাৰিব। অপৰাৰ পৰা শশাংকৰ কথা সম্পূৰ্ণ লুকুৱাই ৰখাৰো কিবা কাৰণ থাকিব পাৰে বুলি তেওঁ নেভাবিলে।

অপৰাই মাথোন ক'লে, "আজি চৌধুৰীক আমাৰ ঘৰত ৰাখিব ?''

"ৰাখিব পাৰিম। কিন্তু নেথাকো বুলিলে ৰাখিব পৰাৰ কোনো আশা নাই। চৌধুৰী বৰ একাচেকা। মোৰ অলপ কাম আছে, ওলাই যাম। তেওঁ যদি আহে, তুমি থাকিবলৈ ক'বা। থাকো বুলিলে তুমি ক'লেও থাকিব।''

কিছু পৰৰ মূৰত নিৰঞ্জন ওলাই গ'ল, অপৰাই শশাংকৰ কাৰণে বাট চাই থাকিল ; কিন্তু শশাংক আহি ওলালহি গধূলিৰ পিছত, যেতিয়া তেওঁ ঘূৰি অহাৰ আশা অপৰাই এৰিয়ে দিছিল।

এইবাৰ শশাংকই গাড়ীখন চোতাললৈকে সুমুৱাই আনিলে।

শশাংক অহা দেখি অপৰা অকাৰণতে কিছু ব্যস্ত হৈ পৰিল। তেওঁ ঘৰৰ লাইটবোৰ জ্বলাই দিলে, আৰু খৰখেদা কৰি আগ-ফাললৈ ওলাই আহিল। নিজ মনেই শশাংক ভিতৰ সোমাই

আহিল। এবাৰ তেওঁৰ মুখলৈ চাই অপৰাই ক'লে, "আপুনি ইমানপৰ ক'ত কৰিলে? মই বাট চাই ভাগৰি গ'লো।"

চ'ফাখনত বহি শশাংকই নিৰ্বিকাৰভাৱে চিগাৰেট এটা জ্বলালে আৰু অপৰাৰ প্ৰশ্নটোৰ উত্তৰ নিদি সুধিলে, নিৰঞ্জন নাই নেকি?"

"ওলাই গৈছে, আহিব।"

শশাংকই অপৰাৰ মুখলৈ চালে। তেতিয়াও অপৰাৰ চকুত ক'লা গগল্‌ছযোৰ আছিল। কথাটো আগতেও শশাংকৰ চকুত পৰিছিল। নুসুধিবলগীয়া কথা যদিও তেওঁ গাত নলগা ধৰণে সুধিলে, "আপুনি যে ৰাতিও গগল্‌ছ পিন্ধি আছে?"

অপৰা সপ্ৰতিভ হ'ল। এই কথাষাৰ সুধিব বুলি আৰু এনেকৈ সুধিব বুলি অপৰাই ভবা নাছিল। উত্তৰ এৰাই যাবৰ চেষ্টা কৰি লাভ নাই বুলি ভাবি অপৰাই কিছু সৰু মাতেৰে ক'লে, "মোৰ এটা চকু বেয়া।"

কথাষাৰ জানি সমবেদনা জনোৱাৰ পৰিৱৰ্তে শশাংকই ক'লে "কেনেকৈ বেয়া হ'ল?"

চমুকৈ অপৰাই ক'লে, "সৰু কালতে বেয়া হ'ল।"

"বিয়াৰ আগতে?"

অপৰাই এই কথাৰ উত্তৰ নিদি ক'লে, "দুপৰীয়া ভাত আপুনি খাবলৈকে নহ'ল নহয়?"

"মোক বাৰু অৰ্থনিতকৈ খীণ দেখিছে নেকি চাওকচোন।"

অপৰাই শান্তভাৱে হাঁহিলে। আৰু ক'লে, "চাহকে কৰোঁ। আপুনি কাপোৰ-কানি সলাওক।"

"ভোক লগাই নাই। হেমিদোৰৰ তাত ভালকৈ চাহ খোৱা হ'ল।"

"তথাপি কিবা এটা খাওক—"

"আনকগৈ বাৰু। অ' ৰ'ব, গাড়ীতে কিবাকিবি আছে, লৈ আহোঁ—"

কৈ শশাঙ্ক গাড়ীৰ ওচৰলৈ গ'ল আৰু গাড়ীৰ ভিতৰত ভৰাই অনা বস্তুবোৰ উলিয়াবলৈ লৈ অপৰাক মাতিলে, "চাওঁ আপুনি এইপিনে আহক।"

অপৰা গাড়ীৰ ওচৰলৈ গ'ল। কিন্তু শশাঙ্কৰ কাণ্ড দেখি বেছ বিস্মিত হ'ল। যথেষ্ট ডাঙৰ এটা ৰৌমাছ, ফুলকবি এক থাং, বুটদাইল, পিঁয়াজ এক কেজিমান, মাখনৰ টিন, ল'ফ, কেক, বিস্কুট কিছুমান আৰু অন্যান্য ভালেমান কিবাকিবি গাড়ীৰ পৰা নমাই অপৰাৰ হাতত দি যাব ধৰিলে।

"ব'ব, আটাইবোৰ কেনেকৈ নিম ?" অপৰাই ক'লে।

দুয়ো দুবাৰকৈ অহা-যোৱা কৰি শশাঙ্কই অনা বস্তুবোৰ গাড়ীৰ পৰা ভিতৰলৈ আনিলে।

"ইমানবোৰ বস্ত কেলেই আনিলে ?"

"চাকৰ-বাকৰ নাই নেকি ?"

"ল'ৰাটো বজাৰলৈ গৈছে।"

"আপোনালোকৰ নিজৰ ল'ৰা-ছোৱালী নাই নেকি ?"

অপৰাই সেই কথাৰ উত্তৰ নিদিলে।

পাছফালৰ বাৰাণ্ডাত পৰি থকা জীয়া ৰৌমাছটোৰ ফালে দেখুৱাই অপৰাই ক'লে, "ইমানটো মাছ কেলেই আনিলে ? কোনে খাব ?"

"মেকুৰী নাই ?" শশাঙ্কই ক'লে।

অপৰাই মুখ টিপি হাঁহিলে। তেওঁৰ মনত পৰিল নিৰঞ্জনে কোৱা কথাষাৰ—শশাঙ্ক বৰ একাচেকা।

আৰু প্ৰশ্ন নকৰি বস্তুবোৰ সামৰাত লাগিল অপৰা।

ড্ৰয়িংৰুমত বহি শশাঙ্কই নিৰ্বিকাৰভাৱে চিগাৰেট হুপি হুপি কিনি অনা সেইদিনাৰ বাতৰি কাকতখনত চকু ফুৰাই গ'ল :

সময় বিসদৃশ, অবিচিত্ৰ, পৃথিৱীখনত নতুন একো নঘটা হ'ল, ভাৰতত ভাতৰ আকাল, ভিয়েটনামত সংঘৰ্ষ, এৰোপ্লেনৰ এক্সিডেণ্টত

এদল মানুহ মৰিল, বুদ্ধিয়াৰ কিবা এটা সৰ্বপ্ৰথম বা বৃহত্তম উদ্ভাৱনৰ গতানুগতিক বাতৰি।...

শশাঙ্কই নিৰুৎসাহ অনুভৱ কৰিলে। এইবোৰ বাতৰি লৈ এখন কাকত কেনেকৈ 'বাতৰি কাকত' হ'ব পাৰে? ভাৰতীয় ৰাজনৈতিক নেতাবোৰৰ দীঘলীয়া ভাষণ আৰু বক্তৃতা—আজিলৈকে কোনোদিন শশাঙ্কই তাৰ এটা শব্দও পঢ়া নাই। ষ্টেটমেণ্ট আৰু বক্তৃতা দিয়াৰ বদ অভ্যাসটো জৱাহৰলাল নেহৰুৱে আৰম্ভ কৰি থৈ গ'ল, অন্য বহুত বেয়া অভ্যাস আৰম্ভ কৰি থৈ যোৱাৰ দৰে। শশাঙ্কই নপঢ়ে।

এটা বেগত কিবাকিবি বজাৰ কৰি লৈ নিৰঞ্জন ওলালহি।

শশাঙ্কক বহি থকা দেখি তেওঁ সুধিলে, "তুমি কেতিয়া আহিলা? অপৰা আছেনে নাই?"

শশাঙ্কই প্ৰথম প্ৰশ্নটোৰ উত্তৰ নিদি দ্বিতীয়টোৰ চমু উত্তৰ দিলে, "আছে।"

নিৰঞ্জন ভিতৰলৈ গ'ল আৰু বেগটো থৈ আহি শশাঙ্কৰ লগত বহিলহি।

"তুমি দুপৰীয়া ভাত খাবলৈ নাহিলা?"

"হেমিদৰ তাতে বহুত কিবাকিবি খালোঁ। পলম হৈ গ'ল। তেতিয়া আৰু ভাত খাবৰ সময় নাছিল—"

এনেতে ভিতৰৰপৰা আহি অপৰাই ক'লে, "আপোনালোক আহকচোন।"

"ক'লৈ?"

"পাছফালৰ বাৰাণ্ডালৈকে আহক।"

"কেলেই?" নিৰঞ্জনে সুধিলে।

"কিবা এটা খাওকহি। তাতে বহি কথা-বতৰা পাতিব। ইয়াত বাহিৰা আলহী বহি থকাদি থাকিব নেলাগে।"

"আহা শশাঙ্ক, ভিতৰলৈকে যাওঁ।"

দুয়ো উঠি পাছফালৰ বাৰাণ্ডালৈ গ'ল, মাজত বেতৰ সৰু টিপয়খন আৰু দুফালে দুখন বেতৰ চাপৰ চকী। দুয়ো বহিল। ইয়াত সঁচাকৈয়ে পৰিবেশটো ঘৰুৱা।

এখন প্লেটত অলপ বিস্কুট আৰু আন এখনত কিচমিচ, চে'ব আদি কিছু ফল থৈ অপৰাই দুয়োলৈকে দুপিয়লা কফি আনিলে।

"কফি দিওঁ—?"

"পাতলকৈ দিব।" শশাংকই ক'লে।

অপৰাই ক'লে, "মই অলপ ৰন্ধা-বঢ়াত লাগো, আপোনালোকে কথা-বতৰা পাতক দেই—" সামান্য কর্তৃত্ব আৰু সামান্য অনুৰোধৰ সুৰত অপৰাই ক'লে।

শশাংকই বুজিলে যে কথাৰ ভাগ পাবৰ কাৰণেহে অপৰাই আনি তেওঁলোকক পাছ বাৰাণ্ডাত বহুৱাই লৈছেহি।

অন্যান্য দুই-চাৰি আষাৰ কথা পতাৰ পিছত নিৰঞ্জনে ক'লে, "বুজিছা শশাংক, মই তোমাৰ কথা পাহৰিয়ে আছিলোঁ। সেই এৰাএৰি হোৱাৰ পিছৰপৰা আমাৰ আৰু কাহানিও দেখাদেখি হোৱাই নাই নহয় ?"

"মই কিন্তু তোমাৰ কিছু কিছু খবৰ পাওঁ। মই অ'ত ত'ত ঘূৰি ফুৰো নহয়। কেতিয়াবা তোমাৰ কথা ক'ৰবাত ওলায়। কিন্তু ময়ো তোমালোকৰ কোনো বিশেষ খবৰ নেপাওঁ। তোমাৰ ঘৰত নেদেখা হ'লে কিন্তু মই তোমাক কিজানি চিনিবই নোৱাৰিলোঁহেঁতেন। তুমি বহুত সলনি হৈ গৈছা—" শশাংকই ক'লে।

"বয়স হোৱা নাই জানো ? আৰু অন্যান্য বহুত কথাও আছে। মই বুঢ়াই হৈছো যেন লাগে—" নিৰঞ্জনে সাধাৰণভাৱে ক'লে।

"বয়স হৈছে ? কিমান ? পঁয়ত্রিশ বছৰ ? আজিকালি ক'তো পঁয়ত্রিশ বছৰত মানুহ বুঢ়া নহয়। পচপন্ন বছৰত চাকৰিৰপৰা ৰিটায়াৰ হোৱা মানুহবোৰ দেখা নাইনে, কেনেকুৱা ডেকা হৈ

থাকে। আৰু তোমাৰনো চিন্তা কিহৰ? ভালেই আছে যেন দেখিছো।"

নিৰঞ্জনে ক'লে, "তুমি কিন্তু সঁচাকৈয়ে একেবাৰে ডেকা হৈ আছা। তোমাৰ বয়স যেন কমিছেহে, বঢ়া নাই।"

"মই বয়সৰ কথা কেনোদিন চিন্তা নকৰোঁ, আছোঁ, জীয়াই আছোঁ--বচ্।"

"সুধিছোঁ দেই বেয়া নেপাবা। আজিকালি কি কৰা?"

"বেয়া পাবৰ একো নাই। মোক জানাই, চাকৰি-বাকৰি কৰা মানুহ মই নহয়, চুৰি-ডকাইতিও কৰিব নোৱাৰোঁ, ভিক্ষাও কৰিব নোৱাৰোঁ—"

অপৰাই তামোলৰ বটাটো দি গ'ল আৰু কাপ-প্লেট লৈ গ'ল।

"সেইবোৰ কৰিবৰতো তোমাৰ দৰকাৰো নহয়?"

"নিজে কিবা এটা নকৰি সদায় মন্ত্ৰীৰ ল'ৰা হৈ থকা হ'লে সেইবোৰকে কৰিব লাগিলহেঁতেন। চাকৰি নহ'লেও চুৰি-ডকাইতি কৰিব লাগিলহেঁতেন। মোৰ কথাতো জানা।"

"জানো। সেই কাৰণেই সুধিছোঁ, তুমি আজিকালি ক'ত কি কৰি আছা। কিবা এটাতো নিশ্চয় কৰা।"

"মই ব্যৱসায় কৰোঁ। এটা মটৰ কাৰখানা খুলিছো, আপটু-ডেট কাৰখানা। পুৰণি মটৰ গাড়ী কিনি লওঁ, কাৰখানাত ভাল কৰাওঁ—ৰং চং দিয়াই একেবাৰে টিপ্-টপ্ নতুন যেন কৰাওঁ আৰু বিক্ৰী কৰোঁ। একোখন গাড়ীত কমেও চাৰি-পাঁচ হেজাৰ লাভ থাকে। কাৰখানা মেনেজাৰ, মেকানিকে চলায়, মই গাড়ী কিনা-বেচা কৰোঁ।"

"সেই কাৰণেই ঘুৰি-মেলি ফুৰা তেন্তে?"

"সেই কাৰণেই বেচিব খোজা পুৰণি গাড়ীৰ খবৰ পালে মই নিজেই গৈ চাই-মেলি দৰদাম কৰি কিনো। তেতিয়া বৰ ঠগ খাবৰ ভয় নেথাকে।"

কথাবোৰ ৰাব্ধানিয়্বৰ সম্মুখৰ বাৰাণ্ডাত বেতৰ চাপৰ মুঢ়াটোত বহি আলুৰ বাকলি গুচাই থকা অপৰাই কাণ দি নীৰৱে শুনি আছিল। মাজে মাজে তেওঁ তাৰপৰাই একোবাৰ শশাঙ্কহঁতৰ ফালে চাইছিল। কেতিয়াবা শশাঙ্কৰ চকুৱে চকুৱে পৰি অপ্ৰস্তুত হৈ হাঁহি দিছিল। নিৰঞ্জনে সেইফালে বৰকৈ মন কৰা নাছিল।

শশাঙ্কই ইটোৰ পিছত সিটো চিগাৰেট হুপি গৈছিল আৰু নিজৰ কথাবোৰ কোনোবা এজনক ক'বলৈ পাই যেন এটা তৃপ্তি লাভ কৰিছিল। এই সময়ত যেন তেওঁৰ নিজৰ বাহিৰে অন্যৰ কথা ভাবিবৰ বা জানিবৰ অকণো ইচ্ছা নাছিল।

কিছু পৰৰ নীৰৱতাৰ পিছত প্ৰায় অতৰ্কিতভাৱেই নিৰঞ্জনে সুধিলে, "তুমি বিয়াবাবু কৰালানে নাই—সেই কথাও মই ক'ব নোৱাৰোঁ।"

"ক'ব নোৱাৰিবা। ৰভা দি, ৰাইজক ভোজ-ভাত খুৱাই, নিমন্ত্ৰণী চিঠিৰে জাননী দি মোৰ বিয়া পাতিবলৈ নহ'ল।"

নিৰঞ্জনে শশাঙ্কৰ মুখলৈ চালে।

শশাঙ্কই ক'লে, "আচৰিত হ'ব নেলাগে, মই বুজাই কৈছোঁ। কিন্তু সেইবোৰ কথা জানি যে তোমালোকৰ কিবা লাভ হ'ব, মই আশা কৰিব পৰা নাই। মিচেছ থাউণ্ড, মোৰ কথাবোৰলৈ আপুনি কাণ দি আছে নেকি আকৌ?"

অপৰাই হাঁহি ক'লে, "কাণ দিয়া নাই, এনেয়ে শুনি আছোঁ।"

"মাইকী মানুহবোৰে লোকৰ কথা শুনি ভাল পায়। কিন্তু মোৰ কথা শুনি আপুনি আমনিহে পাব কিজানি।"

"আপুনি কৈ যাওকচোন বাৰু। পালে মইহে আমনি পাম।"

অলপ হঁহাৰ নিচিনা কৰি নতুনকৈ জ্বলোৱা চিগাৰেটটোত টানকৈ হোপা এটা মাৰি চকীখনত আউজি শশাঙ্ক ভালকৈ বহি ললে, যেন ক'ব খোজা কথাখিনি ক'বৰ কাৰণে এটা নিশ্চিত

অৱলম্বনৰ দৰকাৰ। তাৰ পিছত ক'লে, "আমাৰ মানুহবোৰে বিয়া কথাটোত বৰ গুৰুত্ব দিয়ে নহয় ?"

"দিয়েতো। গুৰুত্ব দিবলগীয়া নহয় বুলি ভাবানেকি তুমি ?"

"মই একোকে নেভাবো। মিচেছ থাউণ্ডে শুনি নথকা হ'লে মই ক'লোহেঁতেন যে বিয়া কেৱল এটা বায়লজিকেল নেচেছিটি, চছিয়েল বা অন্য কোনো নেচেছিটি ই পূৰণ নকৰে।"

ৰান্ধনিশালৰপৰা ল'ৰাটোৱে আহি অপৰাক কিবা এটা সুধিলে। সবুকৈ অপৰাই ক'লে। তেওঁ কিন্তু একাণপতীয়াকৈ শুনি আছিল শশাংকৰ কথা।

নিজৰ বিয়াৰ বিষয়ে গাত নলগা ধৰণে শশাংকই যি ক'লে, তাৰ মৰ্ম হ'ল এনেকুৱা ঃ

শশাংকৰ দেউতাকৰ মন্ত্ৰিত্ব কালৰ ওৰ পৰিছিল। দেউতাকে তেতিয়া পলিটিক্স আৰু বিজনেচ কৰিছিল। অৰ্থাৎ মন্ত্ৰী হৈ নেথাকিলেও এজন মন্ত্ৰীৰ সকলো প্ৰভাৱ-প্ৰতিপত্তিৰে ৰাজ্যখনত নানা কিছু কৰি ফুৰিছিল আৰু ইতিমধ্যে কিনা চাহবাগিচা কেখনত মাজে মাজে চকু ফুৰাইছিল। মন্ত্ৰী নোহোৱাৰ বাবে তেওঁৰ আৰ্জনৰ এটা ফুটাকড়িও কম পৰা নাছিল।

পূৰ্বৰেপৰা দেউতাকৰ প্ৰতি থকা বিৰূপ আৰু বিদ্ৰোহী মনোভাৱ শশাংকৰ কিছুমান বিশেষ কাৰণত তীব্ৰতৰ হৈ উঠিছিল আৰু ঘৰ এৰি শশাংক আইন পঢ়োঁগৈ বুলি কলিকতালৈ গুচি গৈছিল।

কলিকতাত কোনো হোষ্টেল বা মেছত নাথাকি শশাংক এটা মাৰাঠী পৰিয়ালত পেয়িং গেষ্ট হৈ থাকিবলৈ লৈছিল। পৰিয়ালটো আছিল নিঃসন্তান—স্বামী-স্ত্ৰী দুজন মানুহ আৰু তেওঁলোকে তুলি লোৱা এজনী ১৫।১৬ বছৰীয়ামান ছোৱালী।

শশাংক এজন অসমীয়া ল'ৰা আৰু কলিকতাত ল' পঢ়িছে—সেই পৰিয়ালটোৱে শশাংকৰ বিষয়ে ইয়াৰ বেছি বিশেষ একো

নেজানিছিল। আৰু জানিবলৈ কাহানিও বিচৰাও নাছিল। হয়তো অসমৰ এজন মন্ত্ৰীৰ সন্তান বুলি জনা হ'লে তেওঁলোকে শশাংকক অন্য চকুৰে চালেহেঁতেন।

মাজে মাজে শশাংকই ল' ক্লাছ কৰে। এখন ইংৰাজী দৈনিক কাকতত খেল-বিভাগৰ সহকাৰী পৰিচালকৰূপে বাতৰি যোগায় আৰু খেলৰ আলোচনা-সমালোচনা লিখে, প্ৰগতিশীল নাট্যগোষ্ঠী-বোৰৰ নাটক চায় আৰু কেতিয়াবা বিশেষ কাম নেথাকিলে কলিকতাত দৈনিক হৈ থকা সভা-শোভাযাত্ৰা আদিত যোগ দিয়ে। কিন্তু কোনো ৰাজনীতি নকৰে।

শশাংকই ঘৰৰপৰা টকা-পইচা একো নিনিয়ে, অথচ কলিকতাত নিজে যথেষ্ট আৰ্জনো কৰিব নোৱাৰে। আৰু আৰ্জন কৰিলেও অতিৰিক্ত খৰচ কৰি পইচা উৰাই দিয়ে, সেইদেখি প্ৰায়ে টকাৰ অভাৱত পৰে।

মাৰাঠী পৰিয়ালটোৰ অৰ্জন তেনেই সীমাবদ্ধ আছিল। বুঢ়াই বৰ্তমান এখন বিজনেচ ফাৰ্মত একাউণ্টচ্ ব্ৰাঞ্চত কাম কৰে, বুঢ়ীয়ে এটা টেইলৰিং আৰু এম্ব্ৰইডাৰী স্কুলত ছোৱালীবোৰক চিলাইৰ আৰু ফুল তোলাৰ কাম শিকায় আৰু ছোৱালীজনীয়ে দিনত এটা আৰ্টচ কলেজত পঢ়ে আৰু গধূলি দুটা ফেচনেবল্ ৰেষ্টোৰাঁত গান গায়। তাৰ উপৰি তেওঁলোকে শশাংকক পেয়িং গেষ্ট ৰাখিছিল।

পৰিয়ালটোক যোশী পৰিয়াল বুলি সকলোৱে জানিছিল। পাৰ্ক চাৰ্কাচত আমিৰ আলি এভিনিউৰ কাষত, এটা গলিত আছিল যোশীৰ ঘৰ। সদানন্দ যোশী, মায়া যোশী আৰু ছায়া।

ছোৱালীজনীৰ নাম ছায়া। তাই কিন্তু যোশী উপাধি নিলিখে। ইয়াৰ কাৰণ জনাত শশাংকৰ বৰ বেছি আহ্‌কাল হোৱা নাছিল। ছায়া সদানন্দ আৰু মায়া যোশীৰ ছোৱালী নহয়। তেওঁলোক নিঃসন্তান, ছায়া তোলনীয়া ছোৱালী।

ছায়াৰ এটা চমু ইতিহাস আছিল। সেই ইতিহাস জানিবলৈকো শশাংকৰ বেছিদিন লগা নাছিল।

ৰিটায়াৰ কৰাৰ আগতে সদানন্দ যোশী শিয়ালদহ ষ্টেছনৰ এজন উচ্চপদস্থ ৰেল-কৰ্মচাৰী আছিল। তেতিয়া তেওঁলোক ৰেলৰে কলনিত আছিল, বেলৰে কোৱাৰ্টাৰত।

১৯৪১-৪২ চনত ব্ৰহ্মদেশৰপৰা হেজাৰ হেজাৰ ভগনীয়া আহিছিল। জাপানৰ ভয়ত আৰু ব্ৰহ্মদেশৰো কিছুমান অসৎ লোকৰ ভয়ত, ভাৰতীয় মানুহ আৰু ইউৰোপীয় মানুহ প্ৰাণ লৈ ব্ৰহ্মদেশৰপৰা পলাই আহিছিল। সেই ভগনীয়াবিলাকৰ মাজত এজনী মানুহ আহিছিল। তেওঁৰ কোলাত এজনী ২।৩ বছৰীয়া কেঁচুৱা আছিল। মানুহজনীৰ গ্ৰহণী হৈ ৰিফিউজী কেম্পত মৃত্যু হৈছিল, কিন্তু মৰাৰ আগতে মানুহজনীয়ে কৈছিল যে ছোৱালীজনী তেওঁৰ নিজৰ ছোৱালী নাছিল। খোজ কাঢ়ি আহোঁতে মণিপুৰৰ বাটৰ কাষত পৰি থকা ছোৱালীজনী পাই তেওঁ বহুকষ্টে বুকুত সুমাই লৈ আহিছিল। সেইজনী কাৰ ছোৱালী তেওঁও ক'ব নোৱাৰিছিল।

সেই মানুহগৰাকীৰ মৃত্যুৰ পিছত কেঁচুৱাজনীক সদানন্দ যোশীয়ে নিজৰ ঘৰলৈ লৈ আহিছিল, আৰু তাইৰ নাম দিছিল ছায়া।

সদানন্দ যোশীৰ অন্য দোষ-ত্ৰুটী সৰহ নাছিল যদিও দুটা দোষ থকাৰ কথা বহুতে জানিছিল। তেওঁ মদ খাইছিল, আৰু কেতিয়াবা জোখতকৈ বহুত বেছি খাইছিল আৰু মাতাল হৈ পৰিছিল। দ্বিতীয় দোষ—কোনো কোনোৰ মতে—তেওঁ বৰ কিৰ্পিণ আছিল। তেওঁৰ পঁচিশ হেজাৰ টকাৰ ইন্সিয়'ৰ আছিল, প্ৰভিডেণ্ট ফাণ্ডত যথেষ্ট টকা আছিল, বুঢ়া বয়সত চাকৰি কৰিও কিছু আৰ্জন কৰিছিল। মায়া আৰু ছায়ায়ো নিজ নিজ ভাগে কিছু খৰচ উলিয়াইছিল। তথাপি বুঢ়া-বুঢ়ীয়ে মানুহৰ আগত নিজৰ অৱস্থা ভাল নহয় বুলি

কৈ ভাল পাইছিল, আৰু দুপইচা আৰ্জন কৰাৰ আশাতে নিজৰ ঘৰত পেয়িং গেষ্ট ৰাখিছিল।

অৱশ্যে কিপিৰ্ণ আছিল যদিও যোশী দম্পতিয়ে ছায়াক বৰ মৰম কৰিছিল। ছায়াৰ কাৰণে খৰচ কৰাত অকণো কাৰ্পণ্য নকৰিছিল।

যোশী পৰিয়ালৰ থকা ঘৰটো সদানন্দৰ নিজৰে আছিল। ৰেলত কাম কৰি থকা দিনতে তেওঁ ঘৰটো কিনিছিল। এতিয়া তাৰ দাম বহুত হেজাৰ টকা হ'ব।

কলিকতাতে মায়া যোশীৰ ভায়েক এটা আছিল। খিদিৰপুৰৰ ফালে কিবা কাম কৰিছিল। মাজে মাজে তেওঁ যোশীহঁতৰ ঘৰলৈ আহিছিল। ছায়াই তেওঁক মামা বুলি মাতিছিল।

সদানন্দৰ কোনোবা আছেনে নাই ক'ব পৰা নেযায়। কিন্তু কেতিয়াবা তিনি-চাৰি বছৰৰ মূৰে মূৰে এজন মানুহ বম্বেৰপৰা আহিছিল। শশাংকই ইমানকে জানিছিল যে সেই মানুহজন সদানন্দৰ কোনোবা সম্পৰ্কীয় আপোন মানুহ হয়, কি হয় জনা নাছিল আৰু জানিবৰ প্ৰয়োজনো উপলব্ধি কৰা নাছিল।

সাধাৰণভাৱে ক'বলৈ গ'লে সদানন্দ যোশীৰ পৰিয়ালটোত চাৰিজন মানুহ নিৰালমে বাস কৰিছিল—সদানন্দ, মায়া, ছায়া আৰু শশাংক। পৰিয়ালটোত বিশেষ কোনো হাই-উৰুমি নাছিল।

পৰিয়ালটোৰ সাধাৰণ কথা-বতৰাৰ ভাষা মাৰাঠী, হিন্দীও কয়, ইংৰাজীও কয়, আৰু আটাইকেজনে সলসলীয়াকৈ বঙলা ক'ব পাৰে, শশাংকয়ো মাৰাঠীৰ বাহিৰে বাকী তিনিওটা ভাষা যোশী পৰিয়ালত ব্যৱহাৰ কৰে।......

শশাংকই নিজকে কোৱাদি কৈ যোৱা কথাবোৰ নীৰৱে শুনি গৈছিল যদিও প্ৰকৃততে নিৰঞ্জনে একো সোৱাদ পোৱা নাছিল। হয়তো ছায়া নামৰ ছোৱালীজনীকে শশাংকই বিয়া কৰালে, কিন্তু সেই কথা ক'বৰ কাৰণে ইমান দীঘলীয়া ভূমিকা কৰাৰ কাৰণ নিৰঞ্জনে বুজি নেপালে। অপৰাই কিন্তু একাণপতীয়াকৈ কথাবোৰলৈ কাণ

দি গৈছিল আৰু ৰান্ধনিশালৰ সাধাৰণ খুটুং-খাটাঙৰ বাহিৰে অন্য কোনো গণ্ডগোলে শশাঙ্কৰ কথা শুনাত বাধা দিয়া নাছিল।

কথাবোৰ যে অলপ আমনিলগা হৈছে সেই কথা শশাঙ্কয়ো হয়তো অনুমান কৰিছিল।

অপৰা ইতিমধ্যে ৰান্ধনিশাললৈ উঠি গৈছিল। তেলত ভজা পিঁয়াজৰ গোন্ধ আহি শশাঙ্কহঁতৰ নাকত লাগিছিলহি। জুইৰ কাষত চাপৰ মূঢ়াটোত বহি অপৰা মাছ ভাজিবলৈ বহিছিল। শশাঙ্কই তেওঁৰ ফালে চাই দেখিলে জুইৰ পোহৰত অপৰাৰ মুখখন ধুনীয়া হৈছে দেখিবলৈ। অপৰাৰ নাকটো জোঙা, গাল দুখন পুৰঠ, বাহু দুটাও মাংসল আৰু গোল, কাপোৰ-কানি সাৱধানে লৈ থকা সত্ত্বেও অপৰাৰ বুকুৰ এটা দিশ প্ৰকট হৈ ওলাই আছে। অপৰাৰ মুৰত ওৰণি নাই। সামান্য ঢউ উঠা চুলিখিনি বেছ ক'লা। ঢিলা হৈ যোৱা খোপাটোৱে অপৰাক ভাল দেখাইছে। শশাঙ্কৰ মনত লাগিল যেন মাছ ভাজি আছে যদিও, এই মুহূৰ্তত অপৰাই অন্য কিবা কথা এটা চিন্তা কৰি আছে। আৰু শশাঙ্কই তেওঁৰ ফালে চাইছে বুলি তেওঁ বুজিব পাৰিছে।

শশাঙ্কই মাতিলে, "মিচেছ খাউণ্ড।"

অপৰাই বহাৰপৰাই ঘূৰি চালে।

"হয়, আপোনাকে মাতিছোঁ।"

"অক্ষণমান ৰ'ব, মই মাছখিনি নমাই লওঁ, নহ'লে ডেই যাব।"

"কিবা লাগেনেকি ?" নিৰঞ্জনে সুধিলে।

"আমি ড্ৰয়িং ৰুমলৈকে যাওঁ—তাতে বহি বহি কথা পাতিম তেখেতে জানোচা বেয়া পায়।"

অপৰা উঠি আহিল।

শশাঙ্কই ক'লে, "আপোনাক ৰক্ষা কৰিব খুজিছোঁ।"

"মানে ?" অপৰাই ক'লে।

"মোৰ কথাবোৰ শুনি জানো আপোনাৰ বিৰক্তি লগা নাই? আমি ড্ৰয়িং-ৰুমলৈ যাওঁ। আপুনি বন্ধা-বঢ়া কৰক।"

অলপ হাঁহি অপৰাই ক'লে, "ইয়াৰ পিছৰ কথাখিনি হুবলা বৰ গোপনীয় নে বৰ ইণ্টাৰেষ্টিং।"

"গোপনীয় নিশ্চয় নহয়, আৰু ইণ্টাৰেষ্টিং হয়নে নহয় তাকো মই সঠিক ক'ব নোৱাৰোঁ। আপোনাৰ শুনি আমনি লাগিছে বুলিহে মই আগফালে যাব খুজিছোঁ, মিচেছ খাউণ্ড—"

অপৰাই ক'লে, "এটা কথাত মোৰ আপত্তি আছে।"

নিৰঞ্জন আৰু শশাংক দুয়ো অপৰাৰ মুখলৈ চালে।

"মোৰ নাম মিচেছ খাউণ্ড নহয়, অপৰাজিতা খাউণ্ড। তেখেত আপোনাৰ বন্ধু। তেখেতে মোক অপৰা বুলি মাতে, আপুনিও মোক নাম কাঢ়ি নেমাতে কিয়?"

"মই আপোনাক নাম কাঢ়ি মাতিলে পিছে আপুনি মোক কি বুলি মাতিব?" শশাংকই ক'লে।

কৰুণভাৱে হাঁহি এটা মাৰি নিৰঞ্জনে ক'লে, "তুমি আগৰ দৰেই আছা শশাংক, অকণো সলনি হোৱা নাই—"

"সেইটো কম্‌প্লেইন নে কম্‌প্লিমেণ্ট? আজি অত বছৰৰ লটি-ঘটিৰ মাজেদি সৰকি আহিও মই আগৰ নিচিনাই আছোঁ বুলি তুমি ক'লেও মই বিশ্বাস কৰিম কিয়?"

অপৰাই ক'লে, "কোনে কাক কি বুলি মাতিব, সেইটো পিছত ব্যাকৰণ চাই ঠিক কৰি লোৱা হ'ব। কিন্তু বৰ্তমান আপুনি মোক নাম কাঢ়ি তুমি বুলি মাতিব। মিচেছ খাউণ্ড-চাউণ্ডবোৰ মোৰ ভাল নেলাগে।"

শশাংকই ক'লে, "বাৰু সেই বুলিয়ে মাতিবৰ চেষ্টা কৰিম। কিন্তু নিৰঞ্জন আৰু মোৰ মাজৰ সকলো কথাৰ ভাগ নিবিচাৰিবা।"

"কাৰো কথাৰ ভাগ মই নিবিচাৰোঁ," অপৰাই ক'লে।

"তেন্তে আমি ড্ৰইংৰুমলৈ যাওঁ ব'লা," শশাংকই ক'লে।

এইবাৰ অপৰাই কৈ উঠিল, "সেইটি নহ'ব। ছায়া আৰু আপোনাৰ কি হ'ল কৈ যাব লাগিব।"

"কোন ছায়া ?"

"অ' ইমান সোনকালে পাহৰি যোৱাৰ ভাও জুৰিলে কেনেকৈ হ'ব। যোশী পৰিয়ালৰ সেই ছোৱালীজনী—"

"তুমি তেন্তে মোৰ কথা শুনি আছিলা ?"

"মোকে শুনাবৰ কাৰণেই জানো কোৱা নাছিল ?" তেখেত বহিহে আছে—কিবা শুনিছে জানো ?"

"সঁচা ?" শশাংকই সপ্ৰশ্ন চাৱনিৰে নিৰঞ্জনৰ মুখলৈ চালে।

এক শূন্য চাৱনিৰে শশাঙ্কৰ মুখলৈ চাই নিৰঞ্জনে ক'লে, "কেতিয়াবা মই চকুৰে দেখি থকা বা কাণেৰে শুনি থকাবোৰো বুজি নেপাওঁ, শশাংক। ই একপ্ৰকাৰ বেমাৰ বুলি কৈছে ডাক্তৰে।"

বিস্ময় প্ৰকাশ কৰি শশাংকই ক'লে, "অতপৰে মই কৈ থকা কথাবোৰ তুমি বুজা নাই ?"

চিন্তিতভাৱে নিৰঞ্জনে ক'লে, কথাবোৰ বুজিছোঁ, কিন্তু তাৰ অৰ্থ বুজিব পৰা নাই - "

"তাৰ মানে ?"

অপৰাই ক'লে, "সেইয়া মই কৈছোঁ নহয়—"

"তুমিতো আগেয়ে এনেকুৱা এবচেণ্ট মাইণ্ডেড্ নাছিলা, মোতকৈ তো তুমি বহুত ভাল ছাত্ৰ আছিলা?"

কৰুণভাৱে হাঁহি নিৰঞ্জনে ক'লে, "মই ছাত্ৰ থকাৰ বহুত দিন হ'ল। দিনবোৰ সলনি হৈছে, আৰু ময়ো সলনি হৈছোঁ। সেই-দেখি কিছুমান কথা মই বুজিব নোৱাৰোঁ।"

শশাংক দমি গ'ল।

বাহিৰৰ ৰাতিটোও কিছু বিবৰ্ণ যেন লাগিল। নিৰঞ্জনৰ বাৰীৰ চকোৱাথনৰ ওপৰত এখিনি পাতল কুঁৱলী ওলমি আছে। কুঁৱলীখিনিক শশাঙ্কৰ ৰহস্যময় যেন লাগিল।

পৰিস্থিতিটো গধুৰ হৈ পৰাটো অপৰায়ো অনুভৱ কৰিলে। তেওঁ ক'লে, "আপোনালোক বাৰু ড্ৰয়িংৰুমলৈকে যাওক আৰু তাতে কথাবতৰা পাতকগৈ। মই ভাত-পানীৰ দিহা কৰোঁ।"

"এতিয়াই! পেটত অকণো ঠাই নাই। অন্ততঃ এঘাৰ বজাৰ আগত মোৰ ৰাতিৰ ভাত খোৱাৰ অভ্যাসেই নাই।"

অপৰা আৰু শশাংকই পতা কথাত গুৰুত্ব বা মনোযোগ নিদি নিৰঞ্জনে ক'লে, "তুমি যোশী পৰিয়ালত কিয় থাকিবলৈ গৈছিলা মই বুজিব পৰা নাই—"

"তুমি তাকে ভাবি আছা ?"

"মই জনাত দেউতাৰাই তেখেতৰ অন্য ল'ৰা-ছোৱালীকেটাক মৰম কৰাদিয়ে তোমাকো মৰম কৰিছিল, তথাপি সৰুৰেপৰা তুমি দেউতাৰাক ভাল পোৱা নাছিলা, বিৰোধ কৰি চলিছিলা, কিয় বাৰু ? আৰু কলিকতাত ল' পঢ়িবলৈ গৈও তুমি দেউতাৰাৰপৰা খৰচ-পাতি বিচৰা নাছিলা—কিয় বাৰু ?"

নিৰঞ্জনৰ প্ৰশ্নত শশাংক অলপ চিন্তিত হৈ পৰিল। লাহে লাহে শশাংকই ক'লে "মাজে মাজে ময়ো ভাবো দেউতাক কিয় মই ভাল পাব নোৱাৰিছিলোঁ। হয়তো মন্ত্ৰী-চন্ত্ৰী মানুহবোৰৰ প্ৰতি মোৰ এটা সহজাত বিদ্বেষ আছিল নাইবা সৰুৰেপৰা মই বৰ আত্ম-কেন্দ্ৰিক আৰু আত্ম-সচেতন আছিলোঁ। নিজৰ স্বকীয়া পাৰ্চনেলিটিটোক উপলব্ধি কৰাৰ এটা আকাংক্ষা মোৰ কিজানি সৰুৰেপৰাই আছিল—হয়তো অন্য কাৰণো আছিল।"

"দেউতাৰা ডাঙৰ মানুহ হোৱাৰ কাৰণে তোমাৰ কিবা ইন-ফিৰিয়ৰিটি কম্‌প্লেক্স আছিলনেকি বাৰু ?"

"মোৰ কিন্তু চুপিৰিয়ৰিটি কম্‌প্লেক্সহে থকা যেন লাগে।"

"মই ভাবিছোঁ প্ৰকৃততে তোমাৰ এটা ইন্‌ফিৰিয়ৰিটি কম্‌প্লেক্স আছিল, সেইবাবেই দেউতাৰাৰ উচ্চ পদ তুমি সহ্য কৰিব পৰা

নাছিলা, আৰু সেইবাবেই তুমি হোণ্টেলে-তোণ্টেলে নেথাকি ঘোৰী পাৰিয়ালত পেয়িং গেণ্ট হৈ আছিলা।"

অপৰাই ক'লে, "আকৌ ওলাল কম্‌প্লেক্স। তেখেতে সকলোতে কেৱল একোটা কম্‌প্লেক্স দেখা পায়।"

নিৰঞ্জনে ক'লে, "কম্‌প্লেক্স সকলোৰে আছে। মোৰা আছে, তোমাৰো আছে। বাৰু বলা, আমি ড্ৰয়িংৰুমলৈকে যাওঁ—"

অপৰাই সুধিলে, "ভাত-পানী হৈছেই আৰু। অলপ পিছত খাব তেন্তে?"

শশাংকই ক'লে, "তোমালোকে বিশ্বাস কৰা মই বহুত দিন এনেকৈ কথা পাতিবলৈ পোৱা নাই। নিৰঞ্জনক লগ পাই মোৰ বহুত কথা মনত পৰিছে, বহুত কথা ক'বৰ মন গৈছে। বিজনেচত ঘূৰি ঘূৰি, ব্যক্তিগত আৰু ঘৰুৱা কথাবতৰা পাতিবই নজনা হৈ গৈছোঁ। সেই দেখি কিজানি মোৰ কথাবোৰ তোমালোকৰ কিবা আচহুৱা যেন লাগিছে।"

কৈ কৈ শশাংক আৰু নিৰঞ্জন বহাৰ পৰা উঠিল আৰু ড্ৰয়িং-ৰুমলৈ আহিল। অপৰাও লগতে আহি এটা কোমল নীলাভ লাইট জ্বলাই দিলে আৰু বেছি পোহৰৰ লাইটটো নুমাই দিলে। এনেকুৱা অস্পষ্ট নীলাভ পোহৰত পাতল কুঁৱলীয়ে আগুৰি থকা ৰাতি দুজন বন্ধুৱে অন্তৰঙ্গভাৱে মনৰ কথা পাতিবলৈ ভাল পাব।

অপৰা ভিতৰলৈ গ'ল আৰু ৰান্ধনি ল'ৰাটোক কিবা দুটামান নিৰ্দেশ দিলে। তাৰ পিছত তেৰোঁ আহি ড্ৰইংৰুমৰ এচুকে থকা বেতৰ চাপৰ চকীখনত বহিলহি। তৌতিয়ালৈকে শশাংকহঁত মনে মনেই বহি আছিল, আৰু সেইদৰেই যেন কোঠাৰ ভিতৰৰ নীৰৱতা-খিনিৰ আত্মীয়তাখিনি উপলব্ধি কৰিবৰ চেষ্টা কৰিছিল।

পাছফালৰ বাৰাণ্ডাৰ পৰা আহি ড্ৰয়িংৰুমৰ কোমল পোহৰৰ মাজত শশাংকও যেন কিছু শান্ত, সংযত আৰু আত্মস্থ হৈ পৰিছিল। শশাংকই লাহে লাহে নিজৰ কথা ক'বলৈ আৰম্ভ কৰিছিল, "তুমিতো

জনাই নিৰঞ্জন, কিবা এটা কৰিবৰ-সময়ত মই বৰকৈ ভবা-চিন্তা নকৰোঁ। কৰিবৰ মন গ'লেই কিবা এটা কৰি পেলাওঁ। সেইটো কোনো কম্প্লেক্সৰ কাৰণে নেকি মই নেজানো। দেউতাৰ পৰা টকা-পইচা নোলোৱাৰ কাৰণে যে একো লাভ হোৱা নাছিল মই সেই কথা বুজি পাইছিলোঁ, কিন্তু মই কাহানিও আনৰ ওপৰত নিৰ্ভৰ-শীল হ'বলৈ নিবিচাৰোঁ। সেইবাবে মোক বহুতে চাগে গোঁৱাৰ বুলিও ভাবে। কিন্তু মাজে মাজে মই যে কিদৰে এই কাৰণে অপদস্থ হ'বলগীয়া হৈছিল, সেই কথা শুনিলে তোমালোকে মোক কিজানি মুৰ্খ বুলিয়ে ভাবিবা।"

"কিছুমান মানুহ নিজৰ ইগ' সম্পৰ্কে বৰ সচেতন থাকে। এইবাবে তেওঁলোক অসুবিধাত পৰাটো স্বাভাৱিক," নিৰঞ্জনে ক'লে।

শশাংকই লাহে লাহে এটা সৰু, গভীৰ মাতেৰে কৈ গ'ল—"মোৰ প্ৰয়োজন পুৰাব পৰাকৈ মই কলিকতাত টকা আৰ্জন কৰিব পৰা নাছিলোঁ, সৰহ টকা আৰ্জন কৰিবৰ কাৰণে অধিক খাটিবলৈকো মই প্ৰস্তুত নাছিলোঁ। খোৱা-মেলাৰ খৰচখিনি হৈছিল, কিন্তু জোতা-মোজা, কাপোৰ-কানি লবলৈ টকাৰ নাটনি হৈছিল। কেতিয়াবা মোৰ চোলা কাপোৰ মাত্ৰ দুসাজহে আছিল। ধোবাক কাপোৰ দিলে একে সাজকে দুই-তিনি দিন পিন্ধি থাকিবলগীয়া হয়, কাপোৰো সোনকালে ফাটে, ধোবাকো পইচা দিব লাগে। সেই সময়ত মই নজনাকৈ ছায়াই মনে মনে মোৰ কাপোৰ-কানি নি ধুই ইস্ত্ৰি কৰি থৈ দিছিল। কাৰোবাৰ অনুগ্ৰহ বিচৰাতকৈ ভিক্ষা কৰাকো মই ভাল বুলি ভাবো। কিন্তু ছায়াৰ এইবোৰ কাৰ্যৰ মই প্ৰতিবাদ কৰিলেও বাধা দিব নোৱাৰিছিলোঁ। জীৱনত কোনো কাহানিও কাৰো প্ৰতি অনুভৱ নকৰা এটা দুৰ্বলতা মই ছায়াৰ কাৰণে অনুভৱ কৰিছিলোঁ"

"ছায়া বৰ ধুনীয়া আছিল নহয় ?" অপৰাই সুধিলে।

"ছোৱালীৰ ধুনীয়া সম্পৰ্কে মোৰ একো ধাৰণা নাই। ছায়া

আছিল নাহি গাৰ এজনী পাতলীয়া ছোৱালী। কিছু খীণ কাৰণেই অলপ ওখ যেন দেখাইছিল। গাৰ বৰণ আছিল ৰঙা বগা। সেই কাৰণেই কৌতিয়াবা মায়া যোশীয়ে কৈছিল যে ছায়াৰ মাক-বাপেক নিশ্চয় কাশ্মীৰ বা পাঞ্জাবৰ ফালৰ আছিল চাগে। নহ'লে গাৰ গঠন আৰু বৰণ এনেকুৱা নহ'লহেঁতেন। ছায়াৰ নাকটো বৰ জোঙা আৰু ধুনীয়া আছিল, চকু দুটাও অলপ ডাঙৰ ডাঙৰ আৰু গাঢ় ক'লা আছিল। কিন্তু চকুত সদায় এটা বৰ বিষণ্ণ ট্ৰেজিক চাৱনি আছিল। এই চাৱনিটো চকুৰপৰা গোটেই মুখখনতে বিয়পি পৰিছিল।"

"সেই কাৰণে ছায়া দেখিবলৈ বৰ্বেছি ধুনীয়া হৈছিল নহয় ?" অপৰাই ক'লে।

"সেই কাৰণে ছায়া দেখিবলৈ বৰ্বেছি ধুনীয়া হৈছিল নেকি নেজানো ; কিন্তু ছায়াৰ চেহেৰা-পাতিতকৈ কথা-বতৰা, কাৰ্যকলাপে মোক বেছি আকৰ্ষণ কৰিছিল আৰু মই সঁচাকৈয়ে দুৰ্বল হৈ পৰিছিলোঁ। মই অনুভৱ কৰিছিলোঁ যেন জীয়াই থাকিবলৈ মোক ছায়াৰ অৱলম্বন লাগে—এই কথা সঁচা নহয় বুলি নিজক প্ৰত্যয় নিয়াবলৈ মই নিজৰ লগতে বহুত যুঁজিছিলোঁ।"

আজি বহুত দিনৰ মূৰত শশাংকৰ বুকুৰ মাজত সোমাই থকা বহুত অপ্ৰকাশিত কথাই আজি যেন ব্যক্ত হৈ উঠিবলৈ উজ্জাৰ খাই উঠিল। আজি দিনত দেখা পোৱা বলিষ্ঠ, আত্মস্থ, পৌৰুষ-সম্পন্ন এজন ডেকাৰ সলনি এতিয়া যেন অপৰাৰ সম্মুখত এজন দুৰ্বল, প্ৰৌঢ় মানুহ অসহায়ভাৱে বহি আছে এনে লাগিল অপৰাৰ। নিৰঞ্জনে কিন্তু আপোন মনে কিবা এটা চিন্তা কৰি আছিল। তেওঁ শশাংক বা অপৰা কাৰো ফালে চোৱা নাছিল, চাই আছিল খিৰিকিৰ বাহিৰত নীৰৱে বৈ থকা ৰাতিটোৰ ফালে। তেওঁ একেবাৰে অন্যমনস্ক !

এনেকুৱা ৰাতিয়ে মানুহৰ মান-অভিমান শেষ কৰি মানুহক সৰল কৰে, সহজ কৰে, হয়তো দুৰ্বলো কৰে। নহ'লে নিজৰ

·ব্যক্তিগত জীৱনৰ কথা শশাংকৰ নিচিনা এজন মানুহে ইমান খোলাখুলিভাৱে নিৰঞ্জনৰ আগত ক'লেও, সদ্য-পৰিচিতা অপৰাজিতাৰ আগত হয়তো নক'লেহে'তেন।

প্ৰকৃততে কথাবোৰ শশাংকই অকলেই কৈ গৈছিল—তেওঁৰ শ্ৰোতা কোন, তালৈ তেওঁৰ বৰ লক্ষ্য নাছিল। অপৰাই মাথোন ইমানকে বুজিছিল যে ছায়াক লৈ শশাংক কিছুমান সমস্যাৰ মাজত সোমাই পৰিছিল।

যোশী পৰিয়াল নিঃসন্তান আছিল আৰু ছায়াও তেওঁলোকৰ নিজৰ সন্তান নাছিল। সদানন্দ যোশীৰ সম্পত্তিৰ উত্তৰাধিকাৰী হ'বৰ কাৰণে তলে তলে দুজন মানুহে চেষ্টা কৰি আছিল—এজন মায়া যোশীৰ কলিকতাতে থকা ভায়েক, আনজন বোম্বাইত থকা সদানন্দৰ ভাগিনীয়েক নে ভতিজাক। মাজে মাজে দুয়ো বেলেগ বেলেগ সময়ত যোশীৰ ঘৰলৈ অহা-যোৱা কৰিছিল, কিন্তু যোশীৰ পৰা কোনো সঁহাৰি পোৱা নাছিল। যোশীৰ সম্পত্তিৰ অধিকাৰী ছায়াই হ'ব, এনে এটা ধাৰণাকে সকলোৱে কৰিছিল। কিন্তু সদানন্দ যোশী জীয়াই থাকে মানে তেওঁৰ ধন-সম্পত্তিৰ ভাগ আন কোনোবাই পাব বুলি ভাবিবৰ থল নাছিল।

সদানন্দৰ সকলো সম্পত্তিৰ অধিকাৰী হ'লে ছায়া এক স্বচ্ছল অৱস্থাৰ অধিকাৰী হৈ পৰিব—এনে ধাৰণাত কলিকতাত থকা দুই-এজন মাৰাঠী ডেকাই ছায়াৰ লগত ঘনিষ্ঠতা গঢ়ি তোলাৰ চেষ্টা কৰিছিল, কিন্তু সকলোৰে লগত সৌহাৰ্দ্যপূৰ্ণ ব্যৱহাৰ কৰিলেও ছায়াৰ মনটো কোনেও বুজিব নোৱাৰিছিল। সম্পত্তিৰ আশাত দুই-একে ছায়াক বিয়া কৰোৱাৰো ইঙ্গিত দিছিল। কিন্তু এই বিষয়ত মায়া অথবা সদানন্দ কোনেও অকণো উৎসাহ দেখুওৱা নাছিল। তথাপি সদানন্দই বুজিছিল যে তেওঁৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ কিবা এটা দিহা লগাই থৈ নগ'লে তেওঁৰ মৃত্যুৰ লগে লগে সি কাৰ হাতলৈ যায়, তাৰ কোনো ঠিক নাই। কিন্তু সমগ্ৰ সম্পত্তি

ছায়াকে উইল কৰি দিয়াৰ বিষয়ত তেওঁ নিজৰ মন থিৰ কৰিব পৰা নাছিল। ছায়া এজনী অনাত্মীয়া ছোৱালী, হয়তো তাইৰ পছন্দ-মতে অচিন-অজান কাৰোবাক বিয়া কৰাব, আৰু যোশী পৰিয়ালৰ সমুদায় সম্পত্তি গৈ পৰিব সেই অচিনাজনৰ হাতত। সদানন্দৰ সমগ্ৰ জীৱনৰ কষ্টোপাৰ্জিত ধন-সম্পত্তি এনেদৰে কাৰোবাৰ হাতলৈ যোৱাটোক সদানন্দই মানি লবলৈ টান পাইছিল।

কিন্তু সদানন্দই বুজিছিল যে তেওঁ বেছিদিন জীয়াই থকাৰ আশা কম, কিয়নো কিছুদিনৰ পৰা তেওঁ ব্লাডপ্ৰেছাৰত বেয়াকৈ ভুগিছিল।

ছায়া এক সম্পূৰ্ণ অন্য ধৰণৰ ছোৱালী আছিল। যেতিয়াৰ পৰা ছায়াই জানিলে যে আজি পৃথিবীৰ কোনেও তাইৰ প্ৰকৃত পৰিচয় নেজানে, তাই নিজেও নেজানে তাই কোন, তাইৰ পিতাক কোন, মাক কোন, এই পৃথিবীত তাইৰ কোনোবা আছেনে নাই, ছায়াৰ জাতি কি, ধৰ্ম কি, গোষ্ঠী-গোত্ৰ কি—সেই কথাও পৃথিবীৰ কোনেও নেজানে, ছায়া বৰ বিমৰ্ষ আৰু চিন্তাকুল হৈ পৰিল, অৱশ্যে বাহিৰত ছায়াৰ কোনো পৰিবৰ্তন দেখা নগ'ল। সদানন্দ যোশী কিৰ্পণ, তেওঁ মদপী, হয়তো সদানন্দৰ চৰিত্ৰৰ আৰু কিবা-কিবি দোষ আছে। কিন্তু সেই সদানন্দ আৰু মায়ায়েই মোক পথৰ পৰা বুটলি লৈ জীৱন দান কৰিলে, মোক কুকুৰ-মেকুৰীৰ দৰে মৰি যোৱাৰপৰা ৰক্ষা কৰিলে। নিজৰ সন্তানৰ দৰে মৰম কৰি মোক তুলিতালি ডাঙৰ কৰিলে।

তথাপি মই যোশী পৰিয়ালৰ সন্তান নহয়। মই আজি শিক্ষিতা হৈছো, নিজে দুপইচা অৰ্জন কৰিব পৰা হৈছো। যোশী পৰিয়ালে যদি মোক তেওঁলোকৰ উত্তৰাধিকাৰী পাতিব নোখোজে, যদি মোক তেওঁলোকৰ সম্পত্তিৰ ভাগ নিদিয়ে মই কিয় অসন্তোষ কৰিম? মোৰ সমগ্ৰ জীৱন দি তেওঁলোকৰ শুশ্ৰূষা কৰিলেও তেওঁলোকৰ মৰমৰ ধাৰ শুজি শেষ কৰিব নোৱাৰো। যি মোক জীৱন দিলে

তাৰ বিনিময়ত মই দিবলৈ কি আছে ? মোৰ জীৱনটো, কিন্তু মোৰ জীৱনটোৰে তেওঁলোকৰ কি কাম আহিব ?……

এইবোৰ কথা ছায়াই মনতে ভাবে। যোশী দম্পতিৰ প্ৰতি এক গভীৰ কৃতজ্ঞতা অনুভৱ কৰে আৰু তেওঁলোকৰ সন্তুষ্টিৰ কাৰণে কি কৰিব পাৰে তাৰ চিন্তা কৰে।

কিন্তু দুৰ্ভাগ্যৰ কথা যে এইদৰে তেওঁলোকৰ প্ৰতি ছায়াৰ শ্ৰদ্ধাভক্তি বাঢ়ি যোৱা দেখি সদানন্দই ভাবে যে তেওঁৰ সম্পত্তিৰ উত্তৰাধিকাৰী হোৱাৰ লোভতহে ছায়াই এইবোৰ কৰিছে। কিন্তু ছায়াৰ বিষয়ে যিহকে নেভাবক, তাইক তেওঁলোকে অকণো অনাদৰ নকৰে। নিজৰ আপোন সন্তান হোৱা হ'লে ছায়াক যিমান মৰম কৰিলেহেঁতেন, তাতোকৈ অধিক মৰম কৰে ছায়াক।

কিন্তু ছায়াৰ মনৰ অসন্তুষ্টিৰ শাম নেকাটে। পৰিচয়হীনতাৰ এক সমাধানবিহীন অন্তৰ্বেদনাই ছায়াক মাজে মাজে বৰ আমনি কৰে। তেতিয়া হয়তো ছায়াই চিঞৰি চিঞৰি গান গায়, নাইবা কোঠাৰ দুৱাৰ মাৰি ঘণ্টাৰ পিছত ঘণ্টা কিবা পঢ়ি থাকে। পৃথিবীৰ কোনেও ছায়াক সান্ত্বনা দিব নোৱাৰে। ছায়া তেতিয়া উন্মনা হৈ পৰে, অধৈৰ্য হৈ পৰে, দেচ্পাৰেট্ হৈ পৰে।·· ···

শশাংকৰ কথাবোৰ অপৰা আৰু নিৰঞ্জনে নীৰৱে শুনি গৈছিল। নিৰঞ্জনে মাথোন মনে মনে ভাবিছিল শশাংকৰ নিচিনা এটা মানুহে এনেবোৰ কথা এইদৰে চিন্তা কৰিবলৈ আৰু বৰ্ণনা কৰিবলৈ শিকিলে কেতিয়াৰ পৰা ? বয়সে হয়তো শশাংকৰ মনোজগতলৈকো বহুত পৰিৱৰ্তন আনিছে ; এইয়াই হয়তো স্বভাৱিক।

নিৰঞ্জনৰ ভোক লাগিছিল। তেওঁ ভাত খোৱাৰ কথা কওঁ কওঁ কৰিও কোৱা নাছিল। হয়তো শশাঙ্কই ভাল নেপাব। অপৰাই কিন্তু তন্ময়চিত্তে শশাঙ্কৰ কথাবোৰ শুনি গৈছিল। শশাংকই বৰ্ণনা কৰা যোশী পৰিয়ালটো তেনেই চিনাকি যেন হৈ অপৰাৰ

চকুৰ আগত ভাহি উঠিছিল। ছায়াজনীক তেওঁৰ তেনেই চিনাকি এজনী ছোৱালী যেন লাগিছিল।

চিগাৰেট এটা নতুনকৈ জ্বলাই লৈ শশাংকই ক'লে, "মোৰ কথাকে শুনি থাকিবানে ভাত-পানীও খাবা? ভোক লগা নাই জানো?"

সৰুকৈ নিৰঞ্জনে ক'লে, "মোৰ ভোক লাগিছে।"

অপৰাই ক'লে, "কথাখিনি শেষ নকৰিলে নহয়। আপোনাৰ বিয়াৰ কথাহে ক'ব খুজিছিল, ক'লেগৈ যোশী পৰিয়ালৰ কথা।"

শশাংকই নিৰ্বিকাৰভাৱে চিগাৰেট হুপি হুপি ক'লে, "যোশী পৰিয়ালৰ কথা নক'লে মোৰ বিয়াৰ কথানো কেনেকৈ কম?"

"তাৰ মানে ছায়াকে আপুনি বিয়া কৰালে, নহয় জানো?"

শশাংকই ক'লে, "বাৰু, ভাত-পানী চেঁচা হ'ব, খাই লওঁগৈ বলা। কাক বিয়া কৰালোঁ, কাক নকৰালোঁ, পিছত কম।"

এনেকৈ নাটকীয়ভাৱে কথাখিনি আধৰুৱাকৈ এৰাৰ কাৰণে অপৰাই বৰ ভাল নেপালে, কিন্তু আজি প্ৰথম আহি পোৱা এজন মানুহৰপৰা তেওঁৰ ব্যক্তিগত জীৱনৰ সকলো কথা জানিবলৈ বিচৰাটো সমীচীন নহ'ব বুলিয়ে অপৰাই আৰু টানি নধৰিলে।

হয়তো শশাংক আৰু দুই-এদিন থাকিব, তেতিয়াও কথাবোৰ উলিয়াব পৰা যাব আৰু শশাংকই যে তেওঁৰ সকলো কথা অপৰা-হঁতক ক'বই লাগিব, তাৰেই বা কি অৰ্থ আছে? নিৰঞ্জনৰ সহপাঠী বন্ধু কাৰণেই হয়তো কথাবোৰ তেওঁ কৈছে।

শশাংক আৰু নিৰঞ্জনে প্ৰায় নীৰৱেই ভাত খালে। ভাত-আঞ্জাৰ বিষয়ে দুই-চাৰিটা কথা কোৱাৰ বাহিৰে অন্য কোনো কথাকে তেওঁ-লোকে নেপাতিলে।

ভাত খাই উঠাৰ পিছত শশাংকই ক'লে, "মোৰ বৰ ভাগৰ লাগিছে অপৰা; মই শুম, বিছনা হ'ব নহয়?"

অপৰাক শশাংকই নামকাঢ়ি মতাৰ কাৰণে অপৰাৰ ভাল লাগিল,

তেওঁলোকৰ মাজৰ গৃহস্থ-অতিথি ভাবটো যেন নোহোৱা হৈ গ'ল।

অপৰাই ক'লে, "বিছনা-চিছনা সকলো ঠিক কৰা আছে।"

নিৰঞ্জনে ক'লে "এতিয়া আৰু শশাংকক আমনি নকৰিবা অপৰা। তেওঁক শুবলৈ দিহা কৰি দিয়া। মোৰো টোপনি আহিছে, মই শোওঁগৈ দেই শশাঙ্ক।"

ড্ৰয়িংৰুমৰ কাষৰ সৰু কোঠাটোত শশাংকক শুবলৈ দিলে। এটা কোঠালি সম্পূৰ্ণ নিজৰ কৰি পোৱাত এটা আনন্দ আছে। নতুনকৈ পাৰি দিয়া ধক্ধকীয়া বগা বিছনা-চাদৰখন, সৰু দুপাহি ফুল থকা নীলাভ গাৰু-গিলিপ দুটা, কাষৰ টিপয়খনৰ ওপৰৰ পৰিষ্কাৰ টেবুল ক্লথখন, এই আটাইবোৰতে শশাংকই এটা সচেতন আত্মীয়তাৰ গোন্ধ পালে।

পানী গিলাচ টিপয়খনত থৈ অপৰাই সুধিলে, "আৰু কিবা লাগিবনেকি ?"

আধাখোৱা চিগাৰেটটো ধুনীয়া মুৰাদাবাদী এছ্-ট্ৰেখনত থৈ শশাঙ্কই অপৰাৰ ফালে চালে। স্বামীৰ বন্ধু হ'লেও এজন সদ্য পৰিচিত অনাত্মীয়ৰ কাৰণে ইমান আদৰ-যত্ন কৰা বাবে শশাংকই ভাল পালে। একো নকৈ শশাংকই মাথোন অপৰাৰ মুখলৈ চালে। এতিয়া অপৰাই গগল্ছ্যোৰ পিন্ধি থকা নাই। এনেই দেখিলে অপৰাৰ কোনটো চকু বেয়া ধৰিব নোৱাৰি। বেয়া চকুটোত এটা কৃত্ৰিম প্লাষ্টিকৰ চকু লগোৱা আছে।

খিৰিকিৰ পৰ্দা এখন টানি টানি ঠিক কৰি দি অপৰাই ক'লে, "সঁচাকৈয়ে আপোনাৰ কথাবোৰ মোৰ ভাল লাগিছিল। সকলো ক'ব দেই—"

"সকলো ? মোৰ সকলো কথা ক'ব লাগিলে আৰব্য উপন্যাসৰ হেজাৰ নিশাৰ সাধু ক'ব লাগিব। সিমান সময় আৰু ধৈৰ্য মোৰ নাই আৰু তোমাৰ শুনিববো ধৈৰ্য নেথাকিব।"

অপৰাই ক'লে, "নক'বলগীয়া কিবা থাকিলে বাৰু নেলাগে ক'ব। কিন্তু ক'বলগীয়াখিনিতো ক'ব পাৰিব, নহয় জানো ?"

"মোৰ কথা কোনেও শুনিবলৈও বিচৰা নাই, কাকো মই কোৱাও নাই, শুনিব খোজা যদি কম বাৰু দিয়া। এতিয়া তেন্তে শোওঁ ?" অনুমতি বিচৰাৰ ধৰণে শশাংকই ক'লে।

"শোৱক, মই আৰু আমনি নকৰোঁ। যাওঁ দেই। তেখেতৰ আকৌ বিছনাত পৰিলেই ঘোৰঘোৰাই টোপনি আহে।"

"মোৰহে প্ৰায়ে টোপনি নাহে", শশাংকই ক'লে আৰু শুবৰ কাৰণে সাজু হ'ল।

॥ তিনি ॥

শশাংক বিছনাত পৰিল সঁচা, কিন্তু টোপনি নাহিল। শশাংকৰ এটা অহংকাৰ আছিল যে আজিলৈকে কাকো নিজৰ জীৱনৰ কথা, জীৱনৰ সমস্যাবোৰৰ কথা কোৱা নাই। অৱশ্যে ব্যৱসায়ী শশাংক চৌধুৰীৰ ব্যক্তিগত জীৱনৰ কোনো সমস্যা আছে বা থাকিব পাৰে বুলিও বহুতে নেভাবে! আজি অভাৱনীয়ভাৱে অপৰাহ্ণতৰ আগত কথাবোৰ কিয় ক'বলৈ ওলাল, তেওঁ নিজেই ভাবি নেপালে।

চকু মুদি বিছনাত পৰি থাকি শশাংকই নিৰঞ্জন আৰু অপৰাৰ কথাও চিন্তা কৰিবলে। সেই তাহানিৰ নিৰঞ্জন আৰু আজিৰ নিৰঞ্জনৰ মাজত এক ভাবিব নোৱৰা পাৰ্থক্য। এই বিষয়ে অৰ্থনি এড্‌ভোকেট হেমিদোৰ ৰহমানৰ ঘৰতো আলোচনা হৈছিল, আৰু হেমিদোবৰপৰাই শশাংকই শুনিছিল যে অপৰা নগৰখনৰ আৰু নগৰৰ আশপাশৰ গাওঁ-ভূঁইৰ মানুহৰ মাজত সুপৰিচিতা এক নেত্ৰীয়েই। প্ৰায় সকলো নেতৃস্থানীয় লোক, দুই-চাৰিজন এম-এল-এ, এম-পি, উচ্চ চৰকাৰী বিষয়া আদিৰ লগত অপৰাৰ ঘনিষ্ঠ পৰিচয় আছে আৰু তেওঁৰ কিছু প্ৰভাৱ প্ৰতিপত্তিও আছে। তেওঁ সাহসী আৰু বুদ্ধিমতীও। ৰাইজৰ, বিশেষকৈ মহিলাসকলৰ কাৰণে তেওঁ যথেষ্ট কাম নকৰাকৈও থকা নাই। হয়তো নিঃসন্তান হোৱাৰ কাৰণেই তেওঁ এনেদৰে ৰাইজৰ কামত আত্মনিয়োগ কৰাত এটা আনন্দ লাভ কৰিছে, আৰু সেই কাৰণেই ঘৰৰ ভিতৰতকৈ ঘৰৰ বাহিৰত নিজকে ব্যস্ত ৰাখি তেওঁ ভাল পায়।

কিন্তু নিৰঞ্জনৰ হ'ল কি? বিষণ্ন, বিমৰ্ষ, নিৰ্বিকাৰ আৰু হতাশ—শশাংকই ভাবিলে। নিৰঞ্জনৰ জ্ঞান, বুদ্ধি, অধ্যয়ন আৰু

অদেশ'বাদেৰে তেওঁ এজন মন্ত্ৰী হ'বৰ উপযুক্ত মানুহ আছিল। তেওঁতকৈ অতি কম বিদ্যা-বুদ্ধিৰ মানুহ মন্ত্ৰী হৈছে, তেওঁ আকৌ হ'লগৈ কংগ্ৰেছ অফিচৰ কেৰাণী—নামত অফিচ ছেক্ৰেটাৰী।

এজন ভূতপূৰ্ব মন্ত্ৰীৰ আৰু এজন সক্ৰিয় ৰাজনীতিবিদৰ পুত্ৰ হ'লেও শশাংকৰ ৰাজনীতিৰ প্ৰতি কোনো আকৰ্ষণ বা শ্ৰদ্ধা নাই। স্বাধীনতা লাভৰ পিছত ভাৰতৰ কোনো ৰাজনৈতিক দলৰে স্থিৰ আৰু দৃঢ় আদৰ্শ নোহোৱা হৈছে—এয়ে শশাংকৰ ধাৰণা। গতিকে নিৰঞ্জন কংগ্ৰেছী হোৱাৰ কাৰণে শশাংকৰ বিশেষ আপত্তি নাই। তেওঁৰ কথা হ'ল নিৰঞ্জনৰ নিচিনা মানুহ অফিচৰ কেৰাণী হ'বলৈ গ'ল কিয়? হ'ব লাগিছিল এম-এল-এ বা মন্ত্ৰী।

শশাংকৰ দেউতাক বুদ্ধিমান মানুহ, কিন্তু ভাল মানুহ নহয়—এই কথা অন্য সকলোতকৈ শশাংকই বেছি ভালকৈ বুজে। অথচ তেৱেঁই কত বছৰ মন্ত্ৰিত্ব খালে। জীৱনত কোনো উন্নতিৰ আশা নকৰা আৰু মৰা একে কথা। কিন্তু নিৰঞ্জনৰ এই জীৱন্মৃত অৱস্থাৰ কাৰণ কি? নিৰঞ্জনক দেখিলে তেওঁৰ কিবা আশা-উদ্যম আছে—ভাবিব নোৱাৰি। নিৰঞ্জন এক মূৰ্তিমান হতাশা। তেওঁৰ মুখখনত ফ্ৰাষ্ট্ৰেচনৰ, ফেইলাৰৰ, ডিচ্‌এপইণ্ট্‌মেণ্টৰ স্পষ্ট স্বাক্ষৰ। এইবাবেই আজি শশাংকৰ মুখৰপৰা নিজৰ বিষয়ে ইমানবোৰ কথা ওলাল নেকি? মোৰ বুকুৰ ভিতৰতো মই গম নোপোৱাকৈ ক'ৰবাৰ এটা আদবয়সতে বুঢ়া হোৱা ডিচ্‌এপইণ্টেড্ আৰু ফ্ৰাষ্ট্ৰেটেড্ মানুহ শুই আছে নেকি? সি এই নিৰঞ্জনতকৈও বেছি দুখী নেকি? মোৰতো কোনো অভাৱ নাই, তেন্তে দুখ কিহৰ? মই স্বাধীন, মই মুক্ত, মোৰ জীৱনটোক মই নিজে মোৰ নিজৰ মতে গঢ়ি লৈছোঁ। কোনো দুখ বা আক্ষেপ কৰিবলগীয়া নাই। কিন্তু নিৰঞ্জনৰ বেজেৰুৱা চকুহালত মোৰ মনৰ মাজৰ আন এটা মানুহৰ চকুৰ প্ৰতিচ্ছায়া মই দেখিবলৈ পালোঁ কিয়? নিৰঞ্জনৰ অন্যমনস্কতা, উদাসীনতা, নিৰ্লিপ্ততা—তাৰ লগত মোৰ সম্পৰ্ক কি?

অসংলগ্ন চিন্তাবোৰ শশাংকৰ মনত উদয় হ'ব ধৰিলে ঃ

আমি কোনো দিন নিজকে বুজিব নোৱাৰিলোঁনেকি ? স্মৃতিৰ বেদনা আৰু আশাৰ উৎকণ্ঠাৰ নিভুল নামকৰণ কৰা হ'ল জানো ? সেইয়া কাৰ কবিতা আছিল—তাহানি স্কুলত পঢ়া সৰল কবিতা—

Oft in a stilly night
E're slumber's chain has bound me
Fond memory bring the light
Of other days around me.

মাষ্টৰে অৰ্থ বুজাই দিছিল—বুজিছিলোঁ অৰ্থ। কিন্তু তাৎপৰ্য একো বুজা নাছিলোঁ। কিহৰ fond memory ? কিহৰ light of other days ? সেইবোৰ অন্য দিনৰ পোহৰ ? পোহৰতো নাছিল, সেইবোৰ অন্য দিন এক দুৰ্বোধ্য ধুঁৱলী-কুঁৱলীৰে আচ্ছন্ন। তাত যেন মিহলি হৈ আছে ৰাতিৰ ক্ষীণ জোনাকত পৰি থকা এক অৰণ্য-পথৰ ৰহস্য আৰু বিস্ময়। বৰ আপোন আপোন অথচ যেন তেনেই অচিনাকি, আচহুৱা।

এনেদৰে ভাৱপ্ৰৱণ হৈ পৰা বুলি অনুভৱ কৰি শশাংকৰ নিজৰে আচৰিত যেন লাগিল। দেহে-মনে শশাঙ্ক এজন বলিষ্ঠ মানুহ—ষ্ট্ৰং মেন বুলিয়ে মানুহে জানে। আত্মশক্তি প্ৰতিষ্ঠাৰ মাজেদি নিজক উপলব্ধি কৰাৰ সচেতন প্ৰচেষ্টা কৰি আহিছে শশাঙ্কই। হয়তো সেই মনোবৃত্তি তেওঁ তেওঁৰ দেউতাক মন্মথ চৌধুৰীৰ পৰাই লাভ কৰিছিল। নিজে অকলশৰে ঘণ্টাত ৮০।৯০ কিলোমিটাৰ বেগত হেজাৰ হেজাৰ মাইল গাড়ী চলায়ো অকণো নেভাগৰা শশাঙ্ক চৌধুৰীৰ মনৰ মাজত থিয় দি ৰবলৈও শক্তি নোহোৱা এটা তেনেই নিশকতীয়া মানুহ সোমাই আছিল ক'ত ?

কথাবোৰ চিন্তা কৰি শশাংকৰ টোপনি নহা হ'ল। এইদৰে নিজৰ ভিতৰখনলৈ চোৱাৰ আজৰি তেওঁৰ অতি কমেইহে হৈছে। তেওঁ নিজকে ক'লে "এইয়া দুৰ্বলতা নহয়, নিজৰ সকলো কথা

অন্য কাৰোবাক কৈ দিব পৰাটোতো মনৰ বলৰ পৰিচয় আছে। এইয়া ভয়-সংকোচৰ কথা নহয়, প্ৰত্যয়ৰ কথা। অপৰাজিতা থাউণ্ডে যদি মোৰ সকলো কথা জানিবলৈ বিচাৰে, মই ক'বলৈ কাৰ্পণ্য কৰিম কিয়? নিজৰ কথা কৈ ময়ো কাৰো সমবেদনা নিবিচাৰোঁ। তোমাৰ কাষত মোৰ হিয়াৰ গোপন ইতিহাস যদি এৰি যাওঁ—সি জানো মোৰ দুৰ্বলতা হ'ব?

কিন্তু অপৰাজিতাৰ নিচিনা এজনী মানুহে মোৰ লগত ৰাজনীতিৰ কথা নেপাতি, ব্যক্তিগত জীৱনৰ কথা উলিয়ালে কিয়? মইতো নিজৰ কথা শুনাবৰ কাৰণে, শুনোতা বিচাৰি ইয়ালৈ অহা নাই। মোৰ সকলো কথা ক'ম, কিন্তু তোমালোকেও মোক তোমালোকৰ সকলো কথা ক'ব লাগিব, মোৰ কাষত লুকুৱালে নচলিব। কিন্তু লোকৰ কথা জানি মোৰ কি লাভ? মই গল্প-উপন্যাসৰ লিখক নহয়। অন্য মানুহৰ জীৱনৰ কথা জনাত মোৰ কোনো স্বাৰ্থ নাই। কিন্তু নিৰঞ্জন কিয় এনেকুৱা হ'ল? অপৰা কিয় এনেকুৱা হ'ল?— মই নিশ্চয় জানিব লাগিব, নিৰঞ্জনক মই সকলো সুধিম, এটা এটাকৈ সুধিম, আৰু এটা এটাকৈ জানি লম।

আৰু যদি নকয়। নিজৰ কথা নিৰঞ্জনে কিবা ক'ব জানো? সিতো বেছি কথাই নকয়। অপৰাই ক'ব। অপৰাইতো পলিটিক্স কৰে, হয়তো বহুত মিছা কথা ক'ব। কওক, মই বুজি পাম।....

॥ চাৰি ॥

ৰাতি বহুত পলমকৈ টোপনি অহাৰ কাৰণেই হবলা পুৱা শশাংকৰ যথেষ্ট পলমকৈ টোপনি ভাগিল। মাজতে দুই-এবাৰ অপৰাই চাই গ'ল, কিন্তু তেওঁক নজগালে, মাথোন লক্ষ্য কৰিলে যে শশাংক বৰ শান্তিৰে শুইছে। সেইদৰে নিঃশঙ্কচিত্তে এটা সৰু ল'ৰা শোৱাৰ দৰে নিৰ্ভাবনাৰে শশাংক শুই থকা দেখি অপৰাই সৰুকৈ হাঁহিলে। সেই হাঁহিত এটা কোমল সমবেদনাৰ অস্পষ্ট ৰেখা বিৰিঙি উঠিল।

একেলগে চাহ খাবৰ কাৰণে নিৰঞ্জনে বেছি পৰ বাট চাব নোৱাৰিলে। অফিচত তেওঁৰ কাম আছে। দুপৰীয়া ভাত শশাংকৰে একেলগে খাবহি বুলি কৈ তেওঁ অকলেই চাহ খাই ওলাই গ'ল। বতৰটো সিমান ফৰকাল নাছিল, আগবেলাৰ আকাশখনৰ বুকুত ক'ৰবাৰ পৰা আহি দুই-এচপৰা ডাৱৰ জমা হৈছিলহি। কিন্তু সোনকালে বৰষুণ দিয়াৰ সম্ভাৱনা কম। হয়তো এইদৰে ডাৱৰ গোট খাই খাই পিছবেলা বা ৰাতিলৈ বৰষুণ হ'ব পাৰে। আজিৰ দিনটো কোমল ডাৱৰেৰে ৰহস্যময় হৈ থাকিবই বুলি অপৰাজিতাই অনুভৱ কৰিলে।

আজি পিছবেলা এঘাৰ মাইল দূৰৰ এখন গাঁৱত এখন সভা আছে, তাতে অপৰাই নিৰ্দিষ্ট বক্তা হিচাপে যোগ দিয়াৰ কথা আছে। তাৰ বাহিৰে দিনটোত বিশেষ কাম নাই। হয়তো শশাংক যদি থাকে, তেওঁৰ লগতে কথা-বতৰা পাতি সময় কটাব পাৰিব, কিন্তু আজি আকৌ শশাংকৰ ঘূৰি যোৱাৰ কথা আছে। ৰাখিব লাগিব। এনেকুৱা অকলশৰীয়া, উদণ্ডীয়া মানুহবোৰক কোনেও থাকা বুলি

নৰখা কাৰণেই তেওঁলোক ক'তো নৰয়, এনেই ঘূৰি ফুৰে। নিজক লৈ এনে ব্যস্ততাৰ কাৰণে তেওঁলোক কেৱল নিজেই দায়ী নহয়।

গগল্‌ছ নিপিন্ধিলেও অপৰাৰ এটা চকু বেয়া বুলি আনে সহজে ধৰিব নোৱাৰে। প্লাষ্টিকৰ এটা কৃত্ৰিম চকু ভালকৈ লগোৱা আছে। কিন্তু সেইটো চকু মৰা। তাৰ কোনো স্পন্দন নাই, সক্ৰিয়তা নাই। কোনোবাই কিছু সময় তেওঁৰ চকুলৈ চাই থাকিলেই বুজিব পাৰিব যে সেইটো মৰা চকু—ফাকি।

মিবৰখনৰ আগত বৈ অপৰাই নিজৰ মুখখনৰ ফালে চালে। এখন ধুনীয়া, গঢ়িত মুখ, দুখন নিমজ্জ গাল, এটা জোঙা নাক, এখন বহল কপাল, ক'তো কোনো খতিখুন নাই। এখন শুৱনী, গাভৰু মুখ, গালত গোলাপৰ অম্লান বোল। কিন্তু সকলো সৌন্দৰ্য্যক অৰ্থহীন আৰু নিষ্প্ৰভ কৰি পেলাইছে এটা দৃষ্টিহীন, স্পন্দনহীন চকুৱে। এইয়া যেন কোনোবা এক অদৃশ্য শক্তিৰ এক গোপন অভিশাপৰ সাক্ষী।

অপৰাৰ এই চকুটোলৈ চাই থাকিবলৈ ভয় লাগে। তেওঁৰ সকলো উদ্যম, উদ্দীপনা নোহোৱা হৈ যায়। এটা কৰুণ হতাশাই তেওঁক উন্মাদ কৰি তোলে। কাৰোবাৰ ওপৰত অপৰাৰ এটা প্ৰচণ্ড খং উঠে। মনটো তেওঁৰ বিদ্ৰোহী হৈ উঠে।

অপৰাই গগল্‌ছ্‌যোৰ পিন্ধি ললে। এইদৰে চছ্‌মা পিন্ধি পিন্ধি নাকৰ ওপৰত দাগ বহি গৈছে। মই যেন চছ্‌মা পিন্ধিবৰ কাৰণেহে জন্ম ধৰিছিলোঁ।

গা ধুই উঠি নুশুকুৱা চুলিখিনিৰ আগতে গাঁঠি এটা দি গাৰ কাপোৰ-কানিখিনি ঠিক কৰি লৈ এইবাৰ যেতিয়া অপৰা আহি শশাংক শোৱা খোটালীটোৰ দুৱাৰমুখত ৰ'লহি, তেতিয়া দেখিলে শশাংকৰ টোপনি ভাগিছে।

"সাৰ পাইছে ?" সৰুকৈ অপৰাই ক'লে।

"বহুত পৰ শুলোঁনেকি ?" নিজকে কোৱাৰ দৰে শশাংকই

ক'লে আৰু এবাৰ বাহিৰৰ ধূসৰ আকাশখনৰ ফালে আৰু তাৰ পিছত অপৰাৰ ফালে চালে। তেওঁ এনে ধৰণে চালে যেন অপৰানো কোন চিনিকে পোৱা নাই।

অপৰাই সৰুকৈ হাঁহি ক'লে, "মই এটোপা চাহ আনোগৈ, আপুনি মুখ-হাত ধোৱক।"

নিৰঞ্জন নথকাৰ কাৰণে শশাংক আৰু অপৰায়েই চাহ খালে। ৰান্ধনি ল'ৰাটোৱে অপৰাই তৈয়াৰ কৰি থোৱা বস্তুখিনিকে সজাই-পৰাই মেজত দিলে।

খাই থাকোঁতে শশাংকই মেজখনৰ সিপাৰে মুখামুখিকৈ বহা অপৰাৰ ফালে একোবাৰ পোনপটীয়াকৈয়ে চালে। তলমূৰকৈ চাহ খাই থকা অপৰাৰ সেওঁতাত সেন্দূৰখিনিৰ কি অৰ্থ হ'ব পাৰে মাজে মাজে এনেই ভাবিলে, আৰু মাজে মাজে খিৰিকিখনেদি বাহিৰৰ অনুজ্জ্বল আকাশখনৰ ফালে চালে, অপৰাই কিন্তু একো কথা নকৈ নীৰৱে শশাংকৰ প্লেটত ইটো সিটো দি গ'ল আৰু শশাংকৰ সংযমহীন চকুহাল তেওঁৰ দেহাৰ কোনোবা অবাঞ্ছনীয় ঠাইত ৰৈ যাব পাৰে বুলি ভাবি গোটেই মানুহজনী ৰঙা পৰিল। কালিৰ দৰে কিছু হৈ-চৈ কৰি শশাংকই কথা পাতি যোৱা হ'লেই অপৰাৰ ভাল লাগিলহেঁতেন ; কিন্তু অপৰাই উপলব্ধি কৰিলে যে কিবা কাৰণত আজি পুৱাতে শশাংক কিছু অন্যমনস্ক আৰু ভাৰপ্ৰৱণ হৈ পৰিছে। তাৰ কোনো কাৰণ অপৰাই ভাবি নেপালে।

"বৰষুণ দিব নেকি ?" এনেয়ে শশাংকই ক'লে।

"বতৰটো সিমান ভাল নহয়।"

"নিৰঞ্জন সদায় ৰাতিপুৱা ক'ৰবালৈ ওলাই যায় নেকি ?"

"প্ৰায়ে যায়। তেখেতৰ কিবাকিবি বহুত কাম।"

"মই শুনিলোঁ তোমাৰো বহুত কাম ?" অপৰাই শান্তভাৱে হাঁহিলে, একো নক'লে।

দুয়োজনে অনুভৱ কৰিলে যে এইবোৰ তেওঁলোকে অদৰকাৰী

কথাহে পাতিছে। আচলতে তেওঁলোক দুয়োৰে অইন কিবা কথা এটাহে পাতিবলৈ বিচাৰিছে। কিন্তু কি কথা পাতিব খুজিছে সেই কথাও তেওঁলোকে স্পষ্টভাৱে বুজিব পৰা নাই। চাহ-মেজৰ নীৰৱতাখিনি বৰ অস্বাভাৱিক যেন অনুভৱ হ'ল।

চাহ খাই থকাৰ মাজতে চিগাৰেট এটা জ্বলাই লৈ শশাংকই ক'লে, "মই চিগাৰেট কিছু বেছি খাওঁ। নিৰঞ্জনে সিমান নেখায় হবলা?"

"তেখেতে তামোল চিগাৰেট এনেয়ে একো নেখায়, কোনোবাই দিলে অৱশ্যে খায়।"

শশাংকৰ হঠাৎ কথা এটা মনত পৰি গ'ল। এবাৰ কোনোবা এজন মানুহ বাৰ্ণাৰ্ড শ্বৰ ওচৰলৈ গৈছিল আৰু বাৰ্ণাৰ্ড শ্বক নিৰামিষাহাৰী বুলি জানি তেওঁক ভালৰি লগাবৰ কাৰণে কৈছিল, যে তেওঁ মাংস নেখায়, মাছ নেখায়, মদ নেখায়, নাৰী সংসৰ্গত লিপ্ত নহয় ইত্যাদি। তেতিয়া হেনো বাৰ্ণাড' শ্বই বিৰক্তিৰে সুধিছিল, "এইবোৰ একো নকৰা যদি তুমি জীয়াই আছা কি কৰিবলৈ?"

ৰাতিপুৱাতে ওলাই যায়, দিনটো গাধাৰ দৰে লোকৰ কাৰণে কাম কৰে, ৰাতি দুপৰত ঘৰলৈ আহি মনে মনে শুই থাকে। এইটো কি জীৱন কটাইছে নিৰঞ্জনে! এইটো মুহূৰ্তত নিৰঞ্জনলৈ ঘিণ লগা যেন অনুভৱ কৰিলে শশাংকই। এনেকুৱা এজন মানুহৰ লগত দিন কটাবলগীয়া হ'লে অপৰাৰ, নিচিনা এজনী গাভৰু মানুহে অদৰকাৰী ৰাজনীতি কৰি ফুৰাৰ বাহিৰে আৰু কি কৰিব?

শশাংকই অপৰাৰ মুখলৈ চালে।

"আপোনালোকৰ বিয়া হ'বৰ কিমান বছৰ হ'ল?" স্থিৰ মাতেৰে শশাংকই সুধিলে।

"ন-দহ বছৰ মানেই হ'ল—প্ৰশ্নটোৰ প্ৰতি প্ৰস্তুত নাছিল যদিও সহজভাৱেই অপৰাই ক'লে।

'আপোনালোকৰ ল'ৰা-ছোৱালী?"

"আকৌ মোক আপুনি বুলিছে কিয়?"

শশাংকই বুজিলে এইটো তেওঁৰ প্ৰশ্নটোৰ উত্তৰ নহয়।

"তোমালোকৰ কোনো ল'ৰা-ছোৱালী হোৱা নাই নেকি?"

অপৰাই নীৰৱে মূৰ জোকাৰিলে। মুখেৰে একো নক'লে।

"সোধাৰ কাৰণে বেয়া নেপাবা অপৰা, নজনাৰ কাৰণেহে সুধিলোঁ।"

অপৰাই ক'লে, "বেয়ানো কেলেই পাম? পিছে আপোনাৰ?"

"মোৰ? মোৰ কি?"

"ল'ৰা-ছোৱালী?" অপৰাই শশাংকৰ মুখৰ ওপৰত চাৱনি আনি উত্তৰৰ কাৰণে অপেক্ষা কৰিলে।

জোৰেৰে হোপা এটা মাৰি চিগাৰেটটোৰ বাকী থকাডোখৰ শেষ কৰি, চাহৰ পিয়লাটোতে আঙুলিৰে টুকুৰিয়াই চিগাৰেটৰ শেষ-ডোখৰ পেলাই শশাংকই ক'লে, "মোৰ আকৌ ক'ৰ ল'ৰা-ছোৱালী?"

আৰু প্ৰশ্ন কৰাটো অপ্ৰাসঙ্গিক হ'বনেকি ভাবি অপৰা মনে মনে থাকিল। কালি ৰাতিতো নিজৰ বিয়াৰ কথা ক'বলৈ গৈ শশাংকই সদানন্দ যোশীৰ পৰিয়ালৰ কথাহে ক'লে, সিও আধা কোবা হ'ল। কিজানিবা শশাংকই বিয়াই কৰোৱা নাই।

কিন্তু ৰাতিপুৱাতে অপৰাই সেইবোৰ কথাৰ অৱতাৰণা কৰিব নুখুজিলে। যোৱা ৰাতিৰ শশাংক আৰু এতিয়াৰ এই শশাংকৰ মাজত এটা পাৰ্থক্য লক্ষ্য কৰিলে অপৰাই। এতিয়া যেন শশাংক কিছু ভাবুক আৰু গহীন হৈ পৰিছে।

চাহ খোৱা শেষ কৰি শশাংক উঠি আহিল। কিন্তু ড্ৰয়িং ৰুমলৈ বা আগফালৰ বাৰাণ্ডালৈ নগৈ আকৌ শোৱা কোঠালৈকে আহিল আৰু বিছনাৰ কাষৰ বেতৰ চকীখনতে বহিল।

তামোলৰ বটাটো হাতত লৈ অপৰা তালৈকে আহিল।

তামোল এখন হাতলৈ লৈ কি অভাৱনীয়ভাৱে শশাংকই ক'লে, "আজি দিনটো যদি মই ক'লৈকো ওলাই নগৈ তোমালোকৰ ঘৰতে সোমাই থাকোঁ, তোমালোকৰ কিবা অসুবিধা হ'বনেকি বাৰু?"

অপৰাই আত্মীয়তাৰে হাঁহিলে আৰু ক'লে, "আমাৰ অসুবিধা যি হয় হ'ব, কিন্তু আজিয়েই নহয় আৰু কেইবাদিনলৈকো আপোনাক ক'লৈকো যাবলৈ নিদিওঁ।"

"কিয় ?"

হাঁহি অপৰাই ক'লে "কালি আপুনি অনা বস্তুবোৰ আমি অকলে খাই ঢুকাব পাৰিমনেকি ?"

শশাঙ্কই কিন্তু নেহাঁহিলে। কিছুমান ছোৱালীয়ে এনেকৈয়ে মানুহক বৰ আপোন কৰি লব পাৰে। এই সৌহাৰ্দ্য গ্ৰহণ নকৰাৰ কোনো অৰ্থ নাই।

শশাঙ্কই ক'লে, "ঘৰত সোমাই থকাৰ অভ্যাস মোৰ একেবাৰেই নাই। দেউতাহঁতৰ যুগটোৰ মানুহৰ লগত আমাৰ কিজানি সেয়ে পাৰ্থক্য। ডাঙৰ চাকৰি লৈ, ডাঙৰ ব্যৱসায়ৰ মালিক হৈ নাইবা ডাঙৰ নেতা বা মন্ত্ৰী-তন্ত্ৰী হৈ এটা static, composed আৰু নিজঙ্গাল জীৱন কটোৱাটোৱেই দেউতাহঁতৰ লক্ষ্য। তেওঁলোকৰ কাৰ্য-চিন্তা সকলোতে এটা নিৰুদ্বেগ unconcern লৈ তেওঁলোক নিজৰ আৰু নিজ শ্ৰেণীটোৰ status quo ৰক্ষা কৰাতে সন্তুষ্ট। মোকো দেউতাই তেনেকুৱা কিবা এটাকে কৰি গঢ়ি তোলাৰ কথাই ভাবিছিল হয়তো। তেওঁলোকৰ unconcern আৰু aloofness ক তেওঁলোকে তেওঁলোকৰ integrity বুলি প্ৰত্যয় যাবৰ চেষ্টা কৰিছিল। কিন্তু দেউতাৰ চকুৰ আগতে সমাজখনত হোৱাৰ দৰেই দেউতাৰ ঘৰখনতো দেখ দেখ disintegration হোৱাৰ সাক্ষী দেউতা নিজেই—"

"আপোনালোকৰ ঘৰখনৰ কথা কৈছে ?"

"ওঁ। আমাৰ ভাই-ককাই ছটা—চাৰিটা ল'ৰা, দুজনী ছোৱালী। ডাঙৰ ককাইদেউ মেট্ৰিক পাছ কৰিয়ে বিলাতলৈ গ'ল। তাত কি পঢ়িলে, নপঢ়িলে ক'ব নোৱাৰোঁ, কিন্তু তাৰপৰা আৰু ঘূৰি নাহিল, তাৰে ছোৱালী এজনী বিয়া কৰাই বিলাততে থাকি গ'ল। ডাঙৰ

মাজু ককাইদেউ নাচ-গান, চিনেমা লৈ ব্যস্ত আছিল। তাৰ চেহেৰা-পাতিও ভাল, গানো ভাল গায়, গান-বাজনা কৰিলেও সি পঢ়া-শুনাও কৰিছিল, কমাচ পঢ়িছিল, পাছ নকৰিলে। নাচ-গান, থিয়েটাৰতে বেছি মনোযোগ দিলে। দেউতাৰ বহুত টকা নষ্ট কৰিলে, কেইবাজনীও ছোৱালীৰ জীৱন নষ্ট কৰিলে। এতিয়া শিল্প-তিল্প বাদ দি বাগান চলায়। সৰু মাজু ককাইদেউৰ স্বাস্থ্য বেয়া। কিন্তু সি পঢ়া-শুনাত ভাল আছিল। এনেয়ে সি খুব পঢ়া-শুনা কৰিছিল। তাৰ স্বাস্থ্যৰ অনুপাতে তাৰ মানসিক পৰিশ্ৰম বেছি হ'ল। পিছলৈ তাৰ মস্তিষ্কৰ বিকৃতি হ'বলৈ আৰম্ভ কৰিলে। তাক নাইনিটাললৈ পঠালে, এতিয়াও সি তাতে আছে। কেতিয়া ভাল হ'ব বা কেতিয়াবা ভাল হ'বনে নহয় কোনেও ক'ব নোৱাৰে।"

শশাঙ্কৰ কথাবোৰত এটা বেদনা আৰু অসন্তুষ্টি প্ৰচ্ছন্নভাৱে লুকাই থকাটো অপৰাই অনুভৱ কৰিলে, কিন্তু সেই অনুভূতিৰ অকণমানো প্ৰকাশ কৰিলে শশাঙ্ক ক্ষুণ্ণ হ'ব বুলি ভাবি তেওঁ একো নক'লে।

অলপ সময় নীৰৱতাৰ মাজেদি কাটি গ'ল। তাৰ পিছত অপৰাই সুধিলে, "আপোনাৰ বাই-ভনী কেইগৰাকী ?"

"তথৈবচ। ডাঙৰ বাইদেউ নাই, মৰিছে। নিজৰ ইচ্ছাতে আৰু পৰিয়ালৰ সম্মতিৰ কাৰণে বাট নেচাই এজন পাঞ্জাবী মানুহক বিয়া কৰাইছিল। পিছে বাইদেউক বিয়া কৰোৱাৰ দুবছৰ নে তিনি বছৰৰ পিছতে সি আৰু এজনী ছোৱালী বিয়া কৰালে। বাইদেৱে প্ৰতিবাদ কৰিছিল, কাজিয়াও কৰিছিল, কিন্তু একো কৰিব নোৱাৰিলে। ঘৰলৈকে গুচি আহিবৰ কাৰণে দেউতাই চিঠি লিখিছিল, আহিবলৈ মান্তি নহ'ল। পিছত খবৰ পালোঁ যে তেওঁ আত্মহত্যা কৰিলে।"

অপৰাই শশাঙ্কৰ মুখলৈকে চাই আছিল। শশাঙ্কৰ চকু-মুখত কিন্তু বিশেষ কোনো ৰকমৰ বিৰক্তি বা বিতৃষ্ণাৰ ভাব নাই। যেন

স্বাভাৱিকভাৱে ঘটা ঘটনা এটাৰ কথাহে এনেয়ে কৈ গৈছে। সৰু ছোৱালীজনীৰ কি হ'ল সুধিব নে নুসুধিব অপৰাই চিন্তা কৰিছিল। শশাংকয়ে ক'লে, "ইজনী মোতকৈ সৰু—মোৰ ভনী, সেইবুলি সৰু ছোৱালী হৈ থকা নাই, একপ্ৰকাৰ বুঢ়ীয়েই হ'ল। তাই পলিটিক্স কৰাৰ এপ্ৰেণ্টিছ্ কৰি আছে। এতিয়ালৈকে একো হোৱা নাই আৰু কিবা হোৱাৰো একো আশা নাই।"

"তেখেতৰ নাম কি বাৰু?"

"নাম ক'লে চিনিবা জানো? তাইৰ নাম উৰ্মি—উৰ্মি চৌধুৰী।"

"উৰ্মি চৌধুৰী আপোনাৰ ভনীয়েক?" মাতত আনন্দ মিহলি বিস্ময় সানি অপৰাই সুধিলে।

"উৰ্মিক চিনি পোৱা নেকি?"

"খুব ভালকৈ চিনি পাওঁ।" অকণমান বৈ অপৰাই আকৌ ক'লে, "আপোনাক এতিয়াহে মই ভালকৈ চিনি পাইছোঁ—"

শশাংকই অপৰাৰ মুখলৈ চালে।

"কিন্তু উৰ্মিৰ লগত মোৰ কোনো মিল নাই, আছে জানো?

"কিয়?"

"দেউতাৰ পৰিয়ালটোৰ disintegration-ৰ কফিনটোৰ শেষ গজালটো মইহে—উৰ্মি নহয়। নিজে আগে নকৰা কাম এটা কৰিছে কাৰণেই উৰ্মিয়ে নতুন কিবা এটা কৰিছোঁ বুলি ভাবে। উৰ্মিৰ কোনো নতুনত্ব নাই।"

অপৰাই ক'লে, "আপুনি যিয়েই নেভাবক, উৰ্মি বাইদেউক সকলোৱে ভাল পায়। তেওঁ বৰ আদৰ্শৱতী কৰ্মী।"

"কিন্তু বুদ্ধি একেবাৰে নাই—" স্হিৰ মাতেৰে শশাংকই ক'লে। এই মন্তব্য কিয় কৰিলে অপৰাই বুজিব নোৱাৰিলে।

ফাইল এটানে দুটা লৈ নিৰঞ্জন সোমাই আহিল। আজিও তেওঁ ডাঢ়ি খুৰুৱা নাই। আধা পকা চুলিবোৰ অযত্নত ফপৰীয়া হৈছে। তেওঁ পিন্ধি থোৱা চোলা-কাপোৰ সাজো যথেষ্ট মলিয়ন।

"তোমালোকে চাহ-তাহ খালানে শশাংক ?"

নিৰঞ্জনৰ ফালে চাই হাঁহি শশাঙ্কই ক'লে, "ভাত খোৱাৰ কথা সোধাই ভাল আছিল। সময় তেনেই কম হৈ আছে জানো ?"

নিৰঞ্জনে বহি ক'লে, "কেতিয়াবা বৰ কাম পৰে। অ' তোমালৈ এটা খবৰ আনিছোঁ—"

শশাংক আৰু অপৰা দুয়ো তেওঁৰ মুখলৈ চালে।

নিৰঞ্জনে ক'লে, "ডিষ্ট্ৰিক কংগ্ৰেছৰ ভেনেট গাড়ীখন বেচিব।"

কথাষাৰ শুনি শশাংকই ডাঙৰকৈ হাঁহি উঠিল। "আনৰ উপকাৰ কৰি কৰি আমানি লগা নাই, এইবাৰ মোৰ উপকাৰ কৰাত ধৰিলা। লাগেনেকি গাড়ীখন তোমালোকক, কোৱা মই লৈ দিওঁ ? কিমান দাম ? বাৰ হেজাৰ ? নে বেছি ?"

"আমাক গাড়ী কেলেই ? তুমি গাড়ীৰ কাৰবাৰ কৰা কাৰণেহে—"

"তোমাৰ লগত কাৰবাৰ কৰিবলৈ মই নিশ্চয় অহা নাই। কিন্তু অপৰাতো গোটেইখনতে ঘূৰি ফুৰে, তেওঁকে গাড়ীখন লৈ দিওঁ—বেয়া হ'ব ?"

শশাংকই কথাখিনি এনে লঘুভাৱে ক'লে যেন এখন গাড়ী নহয়, অপৰাৰ কাৰণে এগজ ব্লাউজৰ কাপোৰ কিনি দিয়াৰ কথাহে কৈছে। শশাঙ্কই ধেমালি কৰিছেনে সঁচাসঁচিকৈ কৈছে নিৰঞ্জনে একো বুজিব নোৱাৰিলে। তেওঁ অপৰাৰ মুখলৈ চালে।

অপৰাই যেন পৰিস্থিতিটো অন্যফালে নিবৰ কাৰণেই ক'লে, "উৰ্মি বাইদেউ জানে এখেতৰে ভনীয়েক—"

নিৰঞ্জনে হুঁহাৰ নিচিনা কৰিলে, যেন কথাটো তেওঁ জানে বা এই কথাটো কোনো গুৰুত্ব দিবলগীয়া কথা নহয়।

শশাঙ্কই ক'লে, "তুমিতো চাহ খোৱাই নাই, যোৱা খাই লোৱাগৈ।"

"তুমিও নেখাবা জানো ?"

নিৰঞ্জনৰ কথালৈ কাণ নিদি শশাঙ্কই অপৰাক ক'লে, "ৰাতিপুৱা

শুই উঠোতে আজি দিনটোলৈ কোনিও ওলাই নেযাম বুলি ভাবিছিলোঁ, পিছে এতিয়া দেখিছোঁ মই এবাৰ ওলাই যাব লাগিব।”

অপৰাই ক’লে, “গ’লেও ভাত-পানী খাই পিছবেলা যাব, আৰু নগ’লে যদি হয়, তেন্তে আজি নেলাগেই যাব—”

“কিয় ?”

“মই আৰেলি আপোনাক এঠাইলৈ নিম বুলি ভাবিছোঁ—”

“মোক ?”

“মোৰ যাব লগা আছে। আপুনিও যদি যায়—”

“ছোৱালী লৈ ফুৰাৰ অভ্যাস মোৰ নাই। তাতে কালি গধূলিহে আমাৰ চিনাকি হৈছে, আৰু আজিহে তুমি জানিছা যে মই উৰ্মিৰ ককায়েক—”

নিৰঞ্জন ভিতৰলৈ গ’ল। অপৰাই কৃত্ৰিম গাম্ভীৰ্যৰে ক’লে, “ছোৱালীৰ লগত ফুৰাৰ অভ্যাস নেথাকিলেও অসুবিধা নহয়। মই জানো ছোৱালী ? কৈ অপৰাও ভিতৰলৈ গ’ল।

চিগাৰেটটো হুপি হুপি শশাংক বহি থাকিল।

অপৰা ছোৱালী নহয় আৰু কি ? ভদ্ৰমহিলা ? খোপাৰ ওপৰত চাদৰৰ আগ এটা মাজে মাজে পেলাই থলেই এজনী ছোৱালী ভদ্ৰমহিলা হৈ নেযায়। ঘৰৰ কাম নকৰি বাহিৰৰ বাইজৰ কাম কৰি ফুৰিলেই অপৰাৰ নিচিনা এজনী ছোৱালীক কোনেও ছোৱালী নহয় বুলি নকয়।

দৰকাৰ হ’লে মই তোমাক ক’ৰবাত গাড়ীৰে থৈ আহিব পাৰোঁ আৰু লৈও আহিবগৈ পাৰোঁ, কিন্তু তোমাক লগত লৈ সান্ধ্য-ভ্ৰমণ কৰা বিধৰ মানুহ শশাংক নহয়।

শশাংকই একো নেভাবিবৰ চেষ্টা কৰিলে। দেহাৰ ব্যস্ততাই মানুহক সিমান পৰিশ্ৰান্ত নকৰে যিমান কৰে মনৰ ব্যস্ততাই। মনটোক অলপ জিৰণি দিব নোৱাৰিলে, দৰকাৰী-অদৰকাৰী হেজাৰ

বেমেজলীয়া চিন্তাবপৰা মনটোক বেহাই দিব নোৱাৰিলে মানুহৰ জিৰণি হয় কেনেকৈ ?

অৱশ্যে জিৰণি লোৱাৰ চিন্তা শশাঙ্কই কোনোদিন কৰা নাই। ইয়ালৈ—নিৰঞ্জনৰ ঘৰলৈ আহি কিয় যে তেওঁৰ জিৰণি লোৱাৰ কথা মনলৈ আহিছে তেওঁ নিজেই বুজিব নোৱাৰিলে। হয়তো ব্যস্ত নগৰখনৰ ভিতৰৰে এটা প্ৰান্তত নিৰঞ্জনহঁতৰ ঘৰখনৰ নিচিনা এটা শান্ত, নিৰ্জন ঘৰত, ক্লান্ত-শ্ৰান্ত অনুভৱ হোৱাটোৱেই স্বাভাৱিক কথা।

কিন্তু শশাঙ্কৰ মনত পৰিল তেওঁৰ এবাৰ আকৌ হেমিদোৰ ৰহমানৰ ওচৰলৈ যাব লগা আছে। তাৰপৰা দৰকাৰ হ'লে বাগিচালৈও যাব লাগিব। আৰু বা ক'লৈ যাব লাগে, কি কৰিব লাগে! এইয়া অদৰকাৰী কাম। কিন্তু যুঁজাত এটা আনন্দ আছে। হৰা-জিকা এটা গৌণ কথা। মই যুঁজিবৰ কাৰণে প্ৰস্তুত, মই জানো মই কিয় যুঁজিবলৈ ওলাইছোঁ। মোৰ এই যুঁজ নিজৰ স্বাৰ্থৰ কাৰণে যুঁজা নহয়, এটা অৱক্ষয়ৰ বিৰুদ্ধে যুঁজা। এইয়া যুঁজা দেউতাৰ বিৰুদ্ধে যুঁজা নহয়, এজন প্ৰাক্তন মন্ত্ৰীৰ বিৰুদ্ধে যুঁজাও নহয়, এই যুঁজা মোৰ ভিতৰত থকা অন্য এটা মানুহৰ বিৰুদ্ধে যুঁজা।—অন্য যেয়ে যি নেভাবক।······

নিৰঞ্জনে ক'লে, "কালি ৰাতি যে তোমাৰ কথাবোৰ কৈছিলা শেষ নহ'ল কিজানি। মই ভাবি আছোঁ কথাবোৰ মই শুনিব লাগিব। তুমি ক'বা।"

নিৰঞ্জনৰ কথাত শশাঙ্ক যেন কিছু বিস্মিত হ'ল। কালি ৰাতি নিৰঞ্জনে জানো কথাবোৰলৈ কাণ দিছিল ? নাম মাত্ৰ সঁহাৰিও যে নাছিল।

বহাৰপৰা উঠি শশাঙ্কই ক'লে, "তোমালোকৰ ইয়ালৈ মোৰ

কাহিনী ক'বলৈ আহিছোঁ বুলি যদি ভাবিছা, মই নিৰুপায়। মোৰ কোনো কাহিনী নাই। আৰু আত্মকাহিনী কোৱাৰ বয়সো মোৰ হোৱা নাই কিজানি, নহয় জানো অপৰা? আৰু মোৰ জীৱনটো one crowded hour of glorious life-ও নহয়।"

কৈ শশাঙ্কই হাঁহিলে। অপৰা আৰু নিৰঞ্জনে মাথোন তেওঁলৈ চালে।

॥ পাঁচ ॥

ৰাতি চাৰে ন বজাত নিৰঞ্জনৰ ঘৰলৈ ঘূৰি আহি শশাঙ্কই দেখিলে নিৰঞ্জন কিতাপ পঢ়ি অকলে বহি আছে। ৰান্ধনি ল'ৰাটো ৰান্ধনিশালত ৰন্ধা-বঢ়াত লাগি আছে, অপৰা নাই। সুধিলত নিৰঞ্জনে ক'লে যে অপৰা ঘূৰি অহা নাই। ক'ৰবাত কিবা মিটিং নে সাংস্কৃতিক অনুষ্ঠান আছে। হয়তো তাতে থাকিব পায়।

ভাত খাই উঠি শশাঙ্কৰ লগতে অপৰা ওলাই গৈছিল। অপৰাই শশাঙ্কক তেওঁলোকৰ কিবাকিবি অনুষ্ঠান আৰু কামকাজ দেখুৱাব খুজিছিল। শশাঙ্কই অন্য সময়ত চাম বুলি ক'লে। সেই সময়ত তেওঁৰ জৰুৰী কাম আছিল। অপৰাক নমাই তেওঁ গ'লগৈ।

ভালেমান ঘূৰিপাকি শশাঙ্ক ঘূৰি আহিল, অপৰা এতিয়াও আহি পোৱাহিয়ে নাই।

ঘৰত এই সময়ত অপৰা নথকাৰ কাৰণে শশাঙ্কৰ বেয়া নেলাগিল, বৰং নিৰঞ্জনৰ লগত দুআষাৰ কথা অকলে পাতিব পাৰিব বুলি মনতে আনন্দহে পালে।

শশাঙ্ক আহি নিৰঞ্জনৰ ওচৰতে বহিলহি। পঢ়ি থকা কিতাপখন জপাই নিৰঞ্জনে শশাঙ্কৰ মুখলৈ চালে আৰু নিৰুদ্বিগ্নভাৱে সুধিলে, "চাহ-তাহ খাবানেকি ?"

"নেখাওঁ, খাই আহিছোঁ। তুমি কেনিও ওলাই যোৱা নাই নেকি ?"

"গৈছিলোঁ, অলপতেহে আহিছোঁ।"

শশাঙ্কই ক'লে, "মই কালি আহিলোঁ। কিন্তু আজিলৈকে মই বুজিব পৰা নাই, এইটো তোমালোকৰ ঘৰ নে ৰেল ষ্টেছন। ইয়াতে

তোমালোক থাকা, সে জিৰণি লবলৈ আহা। স'চা, ময়ো ঘৰ-সংসাৰৰ বৰ বেছি বুজি নেপাওঁ, কিন্তু ঘৰ সম্পৰ্কে মোৰ যি ধাৰণা আছে, তাৰ লগত তোমালোকৰ ঘৰখনৰ অকণো মিল নাই যেন লাগিছে।"

নিৰঞ্জনে গাত নলগা ধৰণে ক'লে, "অৰ্থনি তুমি তোমালোকৰ ঘৰখনৰ disintegrationৰ কথা কৈছিলা—সেইয়া exception নহয়, কেৱল তোমালোকৰ ঘৰখনতে এই ভাঙনে দেখা দিয়া নাই। সমাজৰ সকলো স্তৰতে, সকলো ক্ষেত্ৰতে এই disintegration-এ দেখা দিছে।"

"কিন্তু তোমালোক দুজন মানুহৰ এই সৰু পৰিয়ালটোত disintegration হ'বৰ কি কাৰণ হৈছে?' শশাঙ্কই ক'লে।

"সেইটোৱেই কাৰণ।"

"কোনটোৱেই কাৰণ?"

"সৰু পৰিয়াল হোৱাটো। আমাৰ পৰিয়ালটো ইমান সৰু যে তাৰ গাঁথনিকে বিচাৰি পোৱা নেযায়—"

"কেতিয়াবা এনে হোৱাৰ কাৰণ বিচাৰি চাইছা?"

"কেতিয়াবা নহয়, সদায়েই এই বিষয়ে মই ভাবিছোঁ। মোৰ বিশ্বাস যে আজিৰ মানুহবোৰৰ অকলে জীয়াই থকাৰ সাহস নাই। নিজক লৈ অকলশৰে থকাৰ আনন্দও আমি উপলব্ধি কৰিব নোৱৰা হ'লোঁ। নিজলৈকে আমাৰ আটাইতকৈ বেছি ভয়, আজিৰ মানুহৰ নিজত্বৰ কোনো দৃঢ় ভিত্তি নাই।"

"Generalize কৰাটো আমাৰ এটা দুৰ্বলতা। তোমাৰ জীৱনৰ সত্যটো আন এজনৰ জীৱনৰ সত্য নহ'বও পাৰে।" শশাঙ্কই ক'লে।

"তোমাৰ কথা আটাইখিনি মই এতিয়াও শুনা নাই। তথাপি মোৰ ধাৰণা হৈছে যে আজিৰ যুগৰ প্ৰভাৱৰপৰা তুমি আৰু মই এজনো মুক্ত নহওঁ—"

"আজিৰ যুগৰ প্ৰভাৱ মানে ?"

নিৰঞ্জনে ক'লে, "অস্বস্তি, অশান্তি, unrest, discontent, sense of disillusionment and frustration—"

"এইবোৰ বৰ hackneyed কথা ।"

"জীৱনলৈ ভয় কৰি জীয়াই থকাটো আজিৰ মানুহৰ profession। অকলে জীয়াই থাকিবলৈ ভয় কৰা কাৰণেই তুমি বিজ্‌নেচ কৰিছা, মই এটা পলিটিক্যাল পাৰ্টিৰ অফিচত চাকৰি কৰিছোঁ, অপৰাই ৰাজনীতি নে কিবা কৰি ফুৰিছে ।"

"অপৰাই যি কৰি ফুৰিছে তাত তোমাৰ সমৰ্থন নাই নেকি ?"

শশাঙ্কৰ প্ৰশ্নটোত নিৰঞ্জন কিছু সময় মনে মনে থাকিল। তাৰ পিছত লাহে লাহে ক'লে, "তুমি আমাৰ কথা সকলোবোৰ নেজানা কিজানি—"

"সকলোবোৰ কিয়, একোকে নেজানো। কালি মাথোন তোমালোকৰ নতুন জীৱনটোৰ লগত চিনাকি হৈছোঁ। হৈ দেখিলোঁ তোমালোকক একো বুজিবই নোৱাৰি। অৱশ্যে এনে ধৰণৰ জীৱন তোমালোকেই কটাইছা নে আনেও কটাইছে, সেই বিষয়ে মোৰ বিশেষ কোনো ধাৰণা নাই ।"

আজি এটা কথা শশাঙ্কৰ ভাল লাগিল যে কালি নিৰঞ্জন যিমান নিৰ্বিকাৰ আৰু উদাসীন হৈ আছিল, আজি নাই। হয়তো শশাঙ্কক অকলশৰীয়াকৈ পোৱাৰ কাৰণেই আজি তেওঁ আগ্ৰহেৰেই কথা-বতৰা পাতিছে। তেওঁ যিমান নিৰস হৈ যোৱা বুলি কালি শশাঙ্কৰ ধাৰণা হৈছিল, সিমান নাই হোৱা যেন লাগিল এতিয়া।

নিৰঞ্জনে ক'লে, "Physical deformity থাকিলে মানুহৰ inferiority complex হয়। এই complex থাকিলে, নাই বুলি বুজাবৰ কাৰণে কামবোৰ কিছু excess-ত কৰিবলৈ বিচাৰে।"

"অপৰাৰ সম্পৰ্কত এই কথা কৈছা ?"

"অপৰাৰ কথাও ধৰিব পাৰা। কিন্তু তেওঁৰ নিচিনা অন্যান্যও বহুত আছে।"

"তোমাৰ নিজৰ কোনো complex নাই বুলি ভাবানেকি ?"

"বহুত কথা সহজে বুজিব নোৱাৰোঁ কাৰণেই সকলো কথা বুজোঁ বুলি ভবা এটা কম্‌প্লেক্স মোৰ আছে। আজিৰ মানুহ কিয় ইমান অসুখী জানা ? কোনো যুগতে মানুহে নিজকে ইমান তন্নতন্নকৈ ফঁহিয়াই চোৱা নাছিল। এনেদৰে নিজক বুজিবলৈ চেষ্টা কৰা নাছিল। হয় মানুহ আছিল দেৱতা, নাইবা পশু। মানুহৰ ভাব-অনুভূতি, চেণ্টিমেণ্ট, ইন্‌ষ্টিস্কট্‌, কাম, কথা এইবোৰ প্ৰতিটোকে কাহানিও এনে নিষ্ঠুৰভাৱে বিশ্লেষণ কৰিবৰ যত্ন কৰা নাছিল। নিজৰ বিষয়ে মানুহৰ জ্ঞান যিমানে বেছি হৈছে, সিমানে মানুহ অসুখী হৈছে। জ্ঞানবৃক্ষৰ গুটি খোৱাৰ পৰিণাম পেৰেডাইজ লষ্ট—স্বৰ্গচ্যুতি।"

শশাঙ্কই অনুভৱ কৰিলে যে কোনো এক অব্যক্ত অভিযোগৰ পৰাই নিৰঞ্জনৰ মুখেদি এনে কথা ওলাইছে। বহু সময়ত নিজক সমৰ্থন জনোৱাৰ যুক্তি মানুহে জীৱনক তত্ত্বৰ সহায়ত ব্যাখ্যা কৰিবৰ চেষ্টা কৰে। জীৱনক তত্ত্বই নিয়ন্ত্ৰণ কৰিছে বুলি ভাবি সান্ত্বনা লভিবৰ চেষ্টা কৰে। কিন্তু তত্ত্ব কাহানিও জীৱনৰ সমান হ'ব নোৱাৰে।

শশাঙ্কই পোনপটীয়াকৈয়ে সুধিলে, "তোমালোক জানো অসুখী ?"

"সুখী-অসুখীটো ৰাজহুৱা বা সমূহীয়া কথা নহয়, ব্যক্তিগত কথা। কোনো অঞ্চলৰ সকলো মানুহ দুখীয়া হ'ব পাৰে, কিন্তু দুখীয়া কাৰণেই সকলো মানুহ অসুখী বুলি ভাবিব নোৱাৰি।"

অৰ্থাৎ নিৰঞ্জন কোনো কাৰণত অসুখী যদিও, অপৰা হয়তো একে কাৰণতে অসুখী নহ'বও পাৰে—শশাঙ্কই ভাবিলে।

শশাঙ্কই প্ৰসঙ্গটো সলনি কৰিবৰ উদ্দেশ্যেই ক'লে, "অপৰা

এতিয়াও নোলালেহি দেখোন। এতিয়া থকা হ'লে আজি তোমালোকৰ কথাকে শুনিব পাৰিলোঁহেঁতেন।"

নিৰঞ্জনে এটা প্ৰশ্নৰ উত্তৰ দিয়াৰ ধৰণেই ক'লে, "আমাৰ কথা তেনেই চমু। আমি দুয়ো দুটা সুকীয়া কম্‌প্লেক্সৰ ৰোগী। বিয়া হৈ যোৱাৰ ৯।১০ বছৰৰ পিছত সেই বিয়াৰ অৰ্থ, তাৎপৰ্য বিচৰাটো হাস্যকৰ কথা। তথাপি মই ভাবোঁ—" বাক্যটো শেষ নকৰি নিৰঞ্জনে বাহিৰৰ ফালে চালে। এখন গাড়ী আহি তেওঁলোকৰ পদূলি মুৰত ৰ'লহি আৰু তাৰপৰা অপৰা নামি আহিল আৰু লগে লগে গাড়ীখন গুচি গ'ল।

গহীনভাৱে কিন্তু প্ৰফুল্লমনে অপৰা ভিতৰ সোমাই আহিল।

প্ৰথমেই অপৰা নিজৰ শোৱাকোঠালৈ গ'ল, ভেনিটি বেগটো থলে আৰু ব্লাউজটো নুখুলিলে যদিও, মেখেলা আৰু চাদৰ সলাই এখন শাৰী পিন্ধি ললে। বাথৰুমৰ পৰা ওলাই আহোঁতে তেওঁ মুখখনত পাতলীয়াকৈ অলপ পাউদাৰ সানিলে, কিন্তু সামান্য আউলী-বাউলী হোৱা চুলিখিনি ঠিক কৰিবৰ চেষ্টা নকৰিলে।

শশাঙ্কহঁতলৈ মাথোন চাই হুঁহাৰ নিচিনা কৰি অপৰা ৰান্ধনি-শাললৈ গ'ল আৰু ল'ৰাটোৱে কি ৰন্ধা-মেলা কৰিছে খবৰ ললে। অপৰাৰ এই ব্যস্ততাখিনি স্বাভাৱিক যেনহে লাগিল।

সৰু সৰুকৈ কিবা দুই-এটা নিৰ্দেশ দি অপৰা ৰান্ধনিশালৰপৰা ওলাই আহিল আৰু শশাঙ্কৰ কাষতে থিয় হৈ ক'লে, "সোনকালে কোনোমতে ঘুৰিব নোৱাৰিলোঁ। আপুনি অৰ্থনিয়ে আহিল, নহয়?"

কিছু দেৰি হ'ল"—শশাঙ্কই ক'লে।

"আপোনাৰ কাম হ'ল?"

নিৰঞ্জনে শশাঙ্কৰ মুখলৈ চালে।

"বহাচোন, কথাটো তোমালোকৰ লগতো পৰামৰ্শ কৰোঁ বুলি ভাবিছোঁ।"

অপৰাই ক'লে, "ভাতপানী হৈছেই। খাই-বৈ আমি কথা-বতৰা পাতিম, কি কয় ?"

শশাংকই ক'লে, "আজিৰ কাৰণে আৰু তিনিটা কামেই বাকী আছে।"

ইতিমধ্যে নিৰঞ্জন কিছু অন্যমনস্ক হৈ পৰিছিল। অপৰাই কৌতূহলেৰে শশাংকৰ ফালে চালে।

শশাংকই ক'লে, "খোৱা, কথা পতা আৰু শোৱা, এইতিয়া আৰু অন্য কিবা কাম আছে জানো ?

"তেনেহ'লে ভাত বাঢ়ক ?"

শশাংকই ক'লে, "যদি সেইটোৱেই প্ৰথমে হোৱা দৰকাৰ—"

ভাত খাই থাকোঁতে অপৰাই ক'লে, "মোৰ বৰ ভোক লাগিছিল।"

এটা সৰু হুঁৰাৰ দৰে নিৰঞ্জনে ক'লে, "কালি তোমাৰ কথাবোৰ আধা কোৱা কৰিলা, আজি ক'বা নেকি ?"

হাঁহি শশাংকই ক'লে, "আজিয়ে সকলো কৈ পেলালে, কাইলৈ কি কথা পাতিম ? মই যে ইয়াত কেইবাদিনো থাকিব লাগিব—গম পাইছাই নহয়—"

"সঁচা ?" আনন্দ-মিহলি মাতেৰে অপৰাই ক'লে।

নিৰঞ্জনে ক'লে, "এই ফালে বিজনেছৰ ভাল সুবিধা আছে, নহয় ?"

নিৰঞ্জনৰ মুখত বিজনেছৰ কথা শুনি শশাংকই আমোদ পালে। উচ্ছ্বসিতভাৱে শশাংকই ক'লে, "লাখ টকাৰ কাৰবাৰ পৰি আছে। হাত দিলেই হয়।"

শশাংকৰ কথাত বিশ্বাস কৰা-নকৰা ধৰণে অপৰাই ক'লে, "আপুনি সঁচাকৈয়ে জানো কিবা বিজনেছৰ কামত ঘুৰিছে ?"

"নহ'লে কি তোমালোকৰ মুখ চাবলৈ ইয়াত বহি আছোঁ ?

শশাঙ্কৰ মাতৰ দৃঢ়তাত অপৰাই কোনিবা এটা দুৰ্বলতা যেন অনুভৱ কৰিলে।

শশাঙ্কয়ে ক'লে, "টকা কৰাটো এটা চিষ্টেমৰ কথা। চিষ্টেমটোৰ মাজত নিজক থাপ খুৱাই সোমাই লব পাৰিলে তুমি ধন নঘটি নোৱাৰা। তেতিয়া দেখিবা যে ধন ঘটাতকৈ সহজ কথা আৰু নাই। আৰু চিষ্টেমটোৰ লগত নিজক থাপ খুৱাই নললে বা লব নোৱাৰিলে বা নুখুজিলে ধন ঘটিবলৈ হেজাৰ চেষ্টা কৰিলেও একো নহয়। Nothing succeeds like success."

"যিবোৰ মানুহ কেৱল ধন ঘটিবৰ কাৰণেই জীয়াই আছে সেইবোৰ মানুহৰহে কথা এইবোৰ।"

"চিষ্টেমটোক স্বীকাৰ কৰি লোৱা বা নোলোৱাৰ কথা। কেতিয়াবা চিষ্টেমটোৰ মাজতে থাকিও আমি তাক বুজি নেপাওঁ। এই ধৰা তুমি আৰু অপৰা—"

"আমি ?" অপৰাই বিস্ময় প্ৰকাশ কৰিলে।

"ওঁ, চিষ্টেমটোৰ মাজতে থাকিও তোমালোক দুয়ো চিষ্টেমটোৰ একো বুজা নাই। কংগ্ৰেছ-ৰাজনীতিৰ এটা চিষ্টেম আছে, পদ্ধতি আছে, ই চেণ্টিমেণ্ট বা ভাবোচ্ছ্বাস বা আদৰ্শবাদৰ কথা নহয়। ৰাজনীতি কৰাৰ এটা পদ্ধতি আছে। এই পদ্ধতিটো বুজি নোপোৱাৰ কাৰণেই তুমি আজিলৈকে এম-এল-এ, মিনিষ্টাৰ একো হ'ব পৰা নাই আৰু একেবাৰে অৰ্ডিনাৰী মানুহবোৰ তোমাৰ চকুৰ আগেদিয়েই ভব্যগব্য নেতা-মন্ত্ৰী হৈ শোভাযাত্ৰা কৰি ফুৰিছে। তোমাৰ অক্ষমতাক তুমি তোমাৰ আদৰ্শবাদ বুলি নিজকে বুজাবৰ চেষ্টা কৰিছা।"

"মই এম-এল-এ, মিনিষ্টাৰ হ'বৰ চেষ্টা কোনো দিন কৰা নাই।"

"কাৰণ চিষ্টেমটো তুমি বুজি পোৱা নাই। মুৰ্খবোৰৰ বাহিৰে বাকী সকলোৱে নিজৰ পদোন্নতিৰ কাৰণেই ৰাজনীতি কৰে। নহ'লে

তুমি কংগ্ৰেছ্‌ বা যিকোনো এটা ৰাজনৈতিক দলৰ অফিচ ছেক্ৰেটাৰী কৰা বা মদৰ দোকানৰ মেনেজাৰী কৰাৰ মাজত কি পাৰ্থক্য আছে? তুমি কৰি থকা কামটো যেই কোনো এটা সাধাৰণ কেৰাণীয়ে কৰিব নোৱাৰিব? তোমাৰ কামটো কেনেকুৱা হৈছে জানা? থিয়েটাৰৰ মেক্‌আপ্‌মেনৰ নিচিনা। অভিনেতা অভিনেত্ৰীৰ মুখত ৰং সানি সজাই-পৰাই পঠোৱা, আৰু নিজৰ গায়ে-পায়ে ৰং লগাই মলিয়ন হৈ গ্ৰীণৰুমতে সোমাই থকা। কোনেও তোমাক নিচিনে, নেজানে।”

শশাংকই কথাবোৰ শান্তভাৱেই কৈছিল কিন্তু তেওঁৰ মাতত এটা ক্ষুব্ধ উষ্ণতা প্ৰকাশ নোপোৱাকৈ থকা নাছিল।

“তুমিওতো চিষ্টেমটোক বুজি পোৱা নাই?”

এইবাৰ বিস্মিত হোৱাৰ পালা অপৰা আৰু শশাংকৰ। নিৰঞ্জনেও এনেকুৱা কথা ক'ব পাৰে!

শশাংকই ক'লে “কিয়?”

“দেউতাৰে মিনিষ্টাৰ, ৰাজনীতি কৰে, তুমিও ৰাজনীতি কৰি মিনিষ্টাৰ হোৱা নাই কিয়?”

তেওঁলোকৰ খোৱা শেষ হৈছিল।

শশাংকই ক'লে “অ' সেই কথা? বাৰু ব'লা, সেই কথা তোমালোকক কম। এতিয়া মুখ-হাত ধোৱা। নে আৰু কিবা খাবলৈ বাকী আছে নেকি?”

ৰান্ধনি ল'ৰাটোৱে পুডিং কাপত পুডিং দি গ'ল।

“আৰু একো নাই। পুডিংকণ খাওক।”

চামুচৰ পৰা কামুৰি কামুৰি খোৱাদি কোমল পুডিংখিনি খাই খাই শশাংকই ক'লে, “আকৌ তোমালোকক আত্মকাহিনী ক'ব লাগিব যেন পাইছোঁ। আত্মবিশ্লেষণ বৰ ভ্ৰমাত্মক হ'ব পাৰে নহয় জানো?”

“তুমিও যে অসুখী নোহোৱা তাকে পাৰিলে আমাক বুজাবৰ চেষ্টা কৰিবা।”

"মানে ?"

"জ্ঞানী মানুহে আত্মজিজ্ঞাসা আৰু আত্মবিশ্লেষণ কৰিবৰ চেষ্টা কৰে আৰু জ্ঞানী মানুহেই হয় অসুখী—"

"সেইবোৰ তাহানি কালৰ কথা, অৱশ্যে নিজক বুজি পোৱাত এটা বেদনাদায়ক তৃপ্তি নোহোৱা নহয়।"

"বেদনাদায়ক তৃপ্তি নহয়, তৃপ্তিদায়ক বেদনা—" নিৰঞ্জনে ক'লে।

আগদিনা ৰাতিৰ দৰেই তিনিও আহি ড্ৰয়িংৰুমত বহিলহি। এটা ক্ষীণ পোহৰৰ লাইটে কোঠাটো অনুজ্জ্বলভাৱে পোহৰ কৰি ৰাখিছিল। বাৰাণ্ডাৰ কাষত থকা ফুলজোপা ফুলিছিল, তাৰ এটা সজীৱ গোন্ধ মাজে মাজে বতাহত উৰি আহি কোঠাটোত সোমাইছিলহি। ইয়াৰ লগত সামান্যভাৱে অপৰাৰ চুলি আৰু গাৰপৰাও এটা মৃদু গোন্ধ উৰি আহি শশাংকৰ নাকত লাগিছিলহি।

কোনো এক অজানিত কাৰণত শশাংকই মনৰ মাজত এটা অহেতুক উত্তেজনা অনুভৱ কৰিছিল, বিশেষকৈ কালি ৰাতিৰ দৰে সম্পূৰ্ণ নিৰ্লিপ্ত আৰু উদাসীন হৈ নেথাকি আজি নিৰঞ্জনে কিছু সজীৱতা প্ৰকাশ কৰাৰ কাৰণে শশাংকৰ ভাল লাগিছিল। তৰ্ক কৰি নিজৰ অভিমত সাব্যস্ত কৰিব পৰাতো এটা আনন্দ আছে, বিশেষকৈ যেতিয়া তেনে পৰিস্থিতিত এজনী জনা-বুজা তিৰোতাও উপস্থিত থাকে।

শশাংকই চিগাৰেট জ্বলাই হুপি মাৰ ধৰিলে।

কিছু সময় সহজ নীৰৱতাৰ মাজেদি কাটি গ'ল। তিনিও বাহি যেন নিজৰ বুকুৰ মাজত লুকাই থকা কোনো অলিখিত কাহিনীৰ আঁত বিচাৰিছিল—আপোনমনে।

ৰাতি তেতিয়াও বৰ বেছি হোৱা নাছিল। কিন্তু এইফালে নগৰৰ কোলাহলবোৰৰ দূৰণীয়া প্ৰতিধ্বনি মাথোন শুনা গৈছিল। মাজে মাজে দুই-এখন মটৰ গাড়ী পাৰ হৈ গৈছিল—এই অঞ্চলৰ নিস্তব্ধতা ভঙ্গ কৰি।

তিনিও যেন ভয় কৰিছিল—এই পৰিবেশে অনা বাতাৱৰণটোক কথোপকথনৰ আঘাতেৰে বিদ্ৰূপ কৰিবলৈ। কাৰণে কোনোবা এঘৰত ৰেডিঅ'ত ৰবীন্দ্ৰ সঙ্গীত বাজিছিল। সেইঘৰ বাঙালী মানুহ। পৃথিৱীত যে কলিকতাৰ বাহিৰেও আৰু কেন্দ্ৰ আছে সিহঁতে যেন ক'ব নোৱাৰে। অপৰাৰ মাজে মাজে বাংলা আধুনিক, পদাৱলী কীৰ্তন, ভাটিয়ালী আৰু বাউল আৰু ৰবীন্দ্ৰ সঙ্গীত শুনি শুনি বিৰক্তি লাগে। আজি কিন্তু অস্পষ্টকৈ আহি কাণত পৰা ৰবীন্দ্ৰ সঙ্গীতৰ সুৰটো তেওঁৰ সিমান বেয়া নেলাগিল। কথাখিনি ভালকৈ কাণত পৰা নাছিল। অলপ কাণ দি তেওঁ শুনিলে আগেপিছে বহুবাৰ শুনা এটা পুৰণি নোহোৱা ৰবীন্দ্ৰ সঙ্গীত—

চেনা শোনাৰ সব বাইৰে,
যেখানে পথ নাই, নাইৰে,
সেখানে আমাৰ মন চলে চুটে,
মাতাল হাৱাৰ বাদল দিনে
পাগল আমাৰ মন চলে চুটে। ··

দূৰৰপৰা অস্পষ্টকৈ শুনাৰ কাৰণেই হয়তো গানটোৰ ভাবটো সুৰৰ মাজত ব্যক্ত হৈ উঠা যেন লাগিল। চিনা-জনাৰ বাহিৰৰ, কোনোবা দূৰ-দূৰণিৰ বাটপথ নোহোৱা, অচিন ৰাজ্যত বাউলী মনৰ বিস্তাৰ—অপৰিচয়ৰ মাজত নিজৰ পৰিচয় হেৰুৱাই পেলোৱাৰ সেই মানসিক আকুতি—ক্ষন্তেকৰ কাৰণে যেন অপৰায়ো সেই গীতৰ কথাখিনিৰ লগত নিজৰ কিবা এটা মিল থকা যেন অনুভৱ কৰিলে।

ৰেডিঅ'ত গানটো শেষ নোহোৱা পৰ্যন্ত তিনিওজন মনে মনেই বহি থাকিল, যেন তেওঁলোক গান শুনিবৰ কাৰণেহে মনে মনে বহি আছে। গানটো শেষ হোৱাৰ ঘোষণা শুনি তিনিও বাস্তৱলৈ ঘূৰি আহিল।

শশাঙ্কই ক'লে, "মই ৰাজনীতি কৰি কিয় মন্ত্ৰী-তন্ত্ৰী হোৱা

নাই জানিব খুজিছিলা নহয় ? নিশ্চয় তাৰ কাৰণ আছে। তাৰ কাৰণ মূলতঃ এটাই। দেউতা যি, মই সেইটো হ'বলৈ নিবিচাৰোঁ। দেউতাৰ পৰিচয়েৰে মই পৰিচিত হ'বলৈ নিবিচাৰোঁ। মোৰ নিজস্ব এটা চিনাকি থকাটো মই বিচাৰোঁ। এই বিৰোধ—বিৰোধকে বোলা—মোৰ শৈশৱৰপৰা আছে।"

"ৰাজনীতি কৰাটো আপুনি বেয়া বুলি ভাবে ?" অপৰাই সুধিলে।

"বেয়া বুলি ? কোনো ব্যৱসায়কে মই বেয়া বুলি নেভাবোঁ। কিন্তু অযোগ্য, অনুপযুক্ত মানুহে আমাৰ দেশত ৰাজনীতিত নমাটো এটা অক্ষমনীয় কথা। তোমালোকে বাৰু কোৱাচোন স্বাধীনতা লাভ কৰাৰ আগতে আমাৰ দেশত যিসকল লোক ৰাজনীতিত নামিছিল, আজি দেশ স্বাধীন হোৱাৰ পিছত তেনেকুৱা মানুহ ৰাজনীতিত নোহোৱা হ'ল কিয় ? লাজপৎ ৰায়, তিলক, বিপিনচন্দ্ৰ, গোখলে, আনচাৰী, সুভাষ, আজাদ, পন্ত—বুটিছৰ দিনতে যদি ভাৰতৰ ৰাজনীতিত এনেকুৱা বিচক্ষণ পুৰুষসকল ওলাইছিল, ৰাজনীতিয়ে যদি ভাৰতীয় সমাজৰ শ্ৰেষ্ঠতম বিবেকক আকৰ্ষণ কৰিব পাৰিছিল, আজি স্বাধীন হৈও ভাৰতীয় ৰাজনীতিলৈ তেনে মানুহ উলিয়াব পৰা নাই কিয় ? অসমতো তৰুণ ফুকন, নবীন বৰদলৈ, কুলধৰ চলিহাৰ নিচিনা ৰাজনৈতিক নেতা এতিয়া ক'ত ওলাইছে ? দেশপ্ৰেমিক হ'লেই ৰাজনীতিবিদ হয়— এনে ভ্ৰমাত্মক ধাৰণা ভাৰতৰ বাহিৰে পৃথিৱীৰ ক'তো নাই। "Politics is a science, it is not a short."

কথাখিনি পৰোক্ষে অপৰাকে ক'লেনেকি অপৰাই এবাৰ চিন্তা কৰিলে।

"যুগৰ প্ৰয়োজন অনুসৰিহে নেতাও ওলাব"—নিৰঞ্জনে ক'লে।

"একেবাৰে সঁচা কথা। তুমি ক'বানেকি আজি গান্ধী নেহৰুৰ

নিচিনা নেতাৰ প্ৰয়োজন নাই? আজিৰ যুগটো স্বাৰ্থপৰ, সুবিধাবাদী আৰু বনিয়া ৰাজনীতিবিদৰ যুগ, আজি কোনো উচ্চতৰ নেতৃত্বৰ প্ৰয়োজন নাই। আমি আটাইবোৰ ডিঙিত ৰচি বন্ধা বান্দৰ, আৰু ফল খাবলৈ দি বান্দৰ নচুওৱা এদল বহুৰাৰ আদেশ-নিৰ্দেশ মতে আমি নাচিব লাগিব, উহা-বহা কৰিব লাগিব।"

"তাৰ মানে কিবা এটা ভুল হৈছে?"

"সেইটো মই বুজাই ক'ব লাগিব নেকি? আমাৰ জাতিটোৰ অধঃপতন আনিছে আমাৰ দেশপ্ৰেমে।"

নিৰঞ্জন আৰু অপৰা শশাংকৰ কথা শুনি স্তব্ধ হৈ গ'ল। তেওঁ ধেমালি কৰিছেনে seriously কৈছে?

"দেশপ্ৰেমে আমাৰ অধঃপতন আনিছে।" নিৰঞ্জনে সুধিলে।

"নিশ্চয়। এজন কেৰাণীয়ে ভালকৈ কেৰাণীৰ কাম কৰিব লাগে, এজন হাকিমে ভালকৈ হাকিমৰ কাম কৰিব লাগে, এজন সৈনিকে ভালকৈ যুদ্ধ কৰিব লাগে, এজন ব্যৱসায়ীয়ে ভালকৈ ব্যৱসায় কৰিব লাগে, এজন পলিটিচিয়ানে ভালকৈ, নিৰ্ভুলভাৱে পলিটিক্স কৰিব লাগে, বচ্। এই আটাইবোৰে যদি দেশপ্ৰেম কৰাত লাগে, পেট্ৰিয়টিজম্ কৰাত লাগে—দেশ অধঃপাতে যাবলৈ বাধ্য।"

"কিন্তু অন্তৰত দেশপ্ৰেম নেথাকিলে কোনোবাই নিঃস্বাৰ্থভাৱে কাম কৰিব পাৰে জানো?"

"নিশ্চয় পাৰে। আমাৰ দেশৰ বহুতে ল'ৰাই ইংলণ্ড, আমেৰিকাত চাকৰি কৰিছে। কোনেও ক'ব নোৱাৰে যে ইংলণ্ড, আমেৰিকাৰ প্ৰতি দেশপ্ৰেমত তেওঁলোকে কাম কৰিছে; আৰু কোনেও ক'ব নোৱাৰে যে তাত কোনোবা এজনে বেয়াকৈ কাম কৰিছে। আমাৰ দেশখন efficient কৰিব লাগিলে, systematic কৰিব লাগিলে, দেশপ্ৰেমৰ বেমাৰটোৰ পৰা মানুহবোৰক ৰক্ষা কৰিব লাগিব। এতিয়া কোনেও কৰ্তব্য কৰিবলৈ নিবিচাৰে, সকলোৱে দেশপ্ৰেম কৰিবলৈ বিচাৰে। ফলত কৰ্তব্য আৰু দেশপ্ৰেম দুয়োটাই suffer কৰিছে।"

"মইতো ভাবো, কৰ্তব্য আৰু দেশপ্ৰেমৰ মাজত কোনো বিৰোধ নাই—" নিৰঞ্জনে ক'লে।

' বিৰোধ থাকক বা নেথাকক, patriotism or no patriotism, জীৱিকাৰ কাৰণে কিবা এটা কৰি দেশপ্ৰেম কৰিছোঁ বুলি ভণ্ডামি কৰাটো বন্ধ কৰা নিতান্ত দৰকাৰ হৈছে। আনকি যিদলে পলিটিক্স কৰে, সেই দলো পেট্ৰিয়ট হোৱাৰ কোনো দৰকাৰ নাই। Let him be true to his profession, we wont bother whether he is a patriot or not."

অপৰাই অনুভৱ কৰিলে যে এনে ধৰণৰ আলোচনাই আজিৰ এই অনুকূল সন্ধিয়াটোক অকাৰণতে অন্যমুখী কৰি তুলিছে। হয়তো কিবা কাৰণত শশাংকৰ অপৰা আৰু নিৰঞ্জন দুয়োৰে ওপৰত খং উঠিছে। হয়তো দুয়ো অসফল ৰাজনীতিত লাগি থকাৰ কাৰণেই।

শশাংকৰ কথাৰ প্ৰতিবাদ কৰাৰ সুৰত নহয়, কিন্তু শশাংকৰ কথা যে সম্পূৰ্ণ মানিও লোৱা নাই, এনে ধৰণে নিৰঞ্জনে ক'লে, "দেশপ্ৰেমক প্ৰফেছন কৰাটো ময়ো সমৰ্থন নকৰো, কিন্তু ধৰ্মৰ নিচিনাই দেশ-প্ৰেম একপ্ৰকাৰ সহজাত বস্তু। পৃথিবীৰ বুৰঞ্জীত দেশপ্ৰেমৰ কাৰণে মানুহে কৰা ত্যাগৰ কাহিনীবোৰ কোনো অগৌৰৱৰ কাহিনী নহয়।"

"কিন্তু বৰ্তমান আমাৰ দেশত যদি কিবা বস্তুৰ ৰাজহুৱা অপমান কৰা হৈছে, তেন্তে দেশপ্ৰেমৰ", শশাংকই ভাষণত নিশ্চয়তা দি ক'লে।

অপৰাই হাঁহি ক'লে, "আপুনি জানো দেশখনক ভাল পায় কাৰণেই এইবোৰ কথা কোৱা নাই? বাদ দিয়ক এইবোৰ কথা, আপোনাৰ নিজৰ কথা কওক, কালিয়ে আধাকোৱাকৈ এৰিবলে।"

"মই দেশখনক ভাল পাব পাৰোঁ, কিন্তু সেইটো মোৰ প্ৰফেছন নহয়। Professional patriotism-ক মই সৰ্বান্তঃকৰণে ঘৃণা কৰোঁ।"

এনে সময়তে এখন গাড়ী আহি অপৰাহ'তৰ পদ্‌লিম্‌ৰত ৰ'লহি, হৰ্ণ শুনি নিৰঞ্জন আগফালৰ বাৰাণ্ডালৈ ওলাই গ'ল।

শশাঙ্কই ক'লে, "নিৰঞ্জন এতিয়া আকৌ ক'ৰবালৈ যাব নেকি ?"

"ক'ব নোৱাৰোঁ, কেতিয়াবা বিশেষ কামত যাবলগীয়া হয়।"

অপৰাই নক'লে যে কোনোবা মিনিষ্টাৰ বা কংগ্ৰেছৰ বৰমূৰীয়া আহিলে নিৰঞ্জনে ৰাতি-দিন একাকাৰ কৰি কাম কৰিব লাগে, ক'লে হয়তো শশাঙ্ক আৰু বিৰক্ত হ'ব।

কিন্তু অপৰাই নক'লেও নিৰঞ্জনেই আহি ক'লে, "মই অকণমান অফিচৰপৰা আহিবলগীয়া হ'ল।"

"এতিয়া অফিচলৈ যাবা ?"

"বানপানীত ক্ষতিগ্ৰস্ত হোৱা ৰাইজৰ এখন লিষ্ট কৰা হৈছিল, ৰেভিনিউ মিনিষ্টাৰ আহিছে, লিষ্টখন বিচাৰিছে।"

"ডি-চিয়ে লিষ্ট কৰা নাই ?"

"আমিও এখন কৰিছোঁ"—নিৰঞ্জনে ক'লে। তাৰ পিছত ব্যস্ততা প্ৰকাশ নকৰি ক'লে, "তোমালোকে কথা পাতা দেই শশাঙ্ক। ৰাতি বৰ বেছি হ'লনেকি বাৰু ? ঘূৰোঁতে মোৰ যদি অলপ পলম হয়, তোমালোক শুবাহ'ক, মোৰ কাৰণে বাট চাব নেলাগে।"

অপৰাই একো নক'লে। গাড়ীৰ ড্ৰাইভাৰ অপৰাৰ চিনাকি। অপৰাই ড্ৰাইভাৰক ক'লে, "মিনিষ্টাৰ কেতিয়া পালেহি মহেন ?"

"এতিয়া অলপতে পাইছেহি। এম-এল-এ শইকীয়াও লগত আছে। মাজুলীৰ ফালে বানে ভঙা গাওঁ চাবলৈ আহিছে।"

"যাওঁ দেই", বুলি সাধাৰণভাৱে কৈ নিৰঞ্জন ওলাই গ'ল।

শশাঙ্ক আৰু অপৰা বহি থাকিল।

॥ছয়॥

নিৰঞ্জন ওলাই যোৱাৰ পিছত হঠাৎ যেন পৰিস্থিতিটো কিছু সলনি হৈ গ'ল। অলপ সময়ৰ নীৰৱতাকে বহুত দীঘলীয়া সময়ৰ মৌনতা যেন অনুভৱ হ'ল। বাহিৰৰ আন্ধাৰবোৰ গধুৰ গধুৰ যেন লাগিল, অলপ সময়ৰ কাৰণে শশাংকই অনুভৱ কৰিলে যেন ঘৰটোত আৰু কোনো নাই, আৰু তেওঁ বহুত সময় এক আচহুৱা আন্ধাৰৰ মাজত অকলেই বহি আছে।

শশাংকই চিগাৰেট এটা জ্বলালে।

অপৰাই ক'লে, "আমাৰ ঘৰখনত থাকি আপোনাৰ ভাল লগা নাই, নহয় ?"

শশাংকই অন্য কিবা এটা ভাবি আছিল। সুধিলে, "হুঁ" ?

"আপোনাৰ টোপনি আহিছে ?"

"নাই অহা। তোমাৰ আহিছে ?"

অপৰাই ক'লে, "তেখেতে কৌতিয়াবা তৰ্ক-চৰ্ক কৰেই। সেইবাবে বেয়া পাইছে নেকি ?"

"মোৰ কিজানি কিছু অনধিকাৰ চৰ্চা হৈছে। তোমালোকৰ ঘৰলৈ আহি, তোমালোকক আমনি কৰিছোঁ। তুমি বিশ্বাস কৰিবানে নাই নেজানো, কিয় নেজানো, তোমালোকক কিবা কোৱাৰ মোৰ এটা অধিকাৰ আছে যেন লগাৰ কাৰণেহে তোমালোকক সমালোচনা কৰিছোঁ। নিৰঞ্জন মোৰ ল'ৰাকালৰ বন্ধু।"

"সেই কথা মই বুজিছোঁ। আপুনি তেখেতৰ লগত অলপ বাদ-প্ৰতিবাদ কৰাৰ কাৰণে মই ভাল পাইছোঁ।"

"কিয় ?'

"সেই কথা ক'ব লাগিলে আমাৰ বহুত কথা আপোনাক ক'ব লাগিব।"

শশাংকই অপৰাৰ মুখলৈ চালে। লাইটৰ কম পোহৰতো তেওঁৰ মনত লাগিল যেন অপৰাৰ মুখখন দীঘলীয়া হৈ গৈছে আৰু তেওঁৰ চকুহালত এক অৱদমিত উত্তেজনা প্ৰকাশ পাইছে। কিন্তু অপৰাই যে কিবা এটা ক'ব খুজিছে এই কথা তেওঁৰ মুখখনত ব্যক্ত হৈ উঠিল।

"তোমালোকৰ ব্যক্তিগত কথাবোৰ মোক নক'লেও মই বেয়া নেপাওঁ। অৱশ্যে স্বীকাৰ কৰিছোঁ যে এতিয়ালৈকে তোমালোকৰ কথাবোৰ মই ভালকৈ বুজিব পৰা নাই—"

"আপুনি কেনেকৈ বুজিব পাৰিব? আমিয়ে বুজিব পৰা নাই। আজি আপুনি আমাক যেনেকুৱা দেখিছে, কেইবছৰমানৰ আগতে আমি এনেকুৱা নাছিলোঁ।"

"অৰ্থাৎ তোমালোকৰ বিয়াৰ আগতে?"

সৰু মাতেৰে এক সহজ বেদনাৰ আৰ্দ্ৰতা লুকাবৰ চেষ্টা নকৰি অপৰাই নিজকে কোৱাদি ক'লে, "এজনী বিবাহিতা তিৰোতাই ঘৰ-বাৰী এৰি কিহৰ আনন্দত ঘুৰি ফুৰে, সেই কথা বুজিবলৈ চেষ্টা কৰাতো দূৰৰ কথা, ভাবি চাবলৈকো কাৰো সময় নাই—"

হঠাৎ শশাংকই অস্বাভাৱিকভাৱে হাঁহি উঠিল।

অপৰা সপ্ৰতিভ হৈ পৰিল।

"আপুনি হাঁহিছে?"

"এতিয়া তুমিও তোমাৰ বেদনাৰ কাহিনী ক'বলৈ আৰম্ভ কৰিব খুজিছা। মন্ত্ৰীয়ে ৰাইজৰ দুখৰ বিননি শুনে, এতিয়া মন্ত্ৰীৰ পুতেকে শুনিবলগীয়া হ'ল দেশসেৱিকাৰ দুখৰ কাহিনী—"

"দেশসেৱকবোৰক কিজানি মানুহ নহয় বুলিয়েই ভাবে আপুনি?" কিছু ক্ষুণ্ণ মাতেৰে অপৰাই ক'লে।

কথা পাতি থাকোঁতেই অপৰাহঁতৰ কাণত পৰিল যে বাহিৰত

বৰষুণ দিবলৈ আৰম্ভ কৰিছে। ঘৰৰ চালৰ টিনৰ ওপৰত বৰষুণ পৰাৰ শব্দ ক্ৰমে স্পষ্টতৰ হৈ আহিছে। আজি পুৱাৰপৰা গোটখোৱা মেঘবোৰ এতিয়া আকাশৰ বুকুৰপৰা তললৈ নামি আহিছে।

দুয়ো মনে মনে থাকি অলপ সময় বৰষুণৰ ফালে কাণ দিলে। তাৰ পিছত শশাংকই ক'লে, "বেয়া পাইছানেকি অপৰা? বেৰসিক বুলি মোৰ এটা পুৰণি দুৰ্নাম আছে। মানুহৰ বেদনাক শ্ৰদ্ধা কৰিব লাগেনেকি বুলি কথা এষাৰ আছে, নহয়? মোৰ মনেৰে আমাৰ দুৰ্বলতাৰে অন্য নাম বেদনা। দুৰ্বলতাক মই কোনো কাহানিও শ্ৰদ্ধা কৰা নাই।"

অপৰা মনে মনে ক্ষুণ্ণ হ'ল। তেওঁ এজনী সৰু ছোৱালী নহয়, মান-অভিমান কৰি আনৰ মৰম-চেনেহ আদায় কৰা বিধৰ ছোৱালীও তেওঁ নহয়। আনৰ সমালোচনাত সহজে উত্তেজিত হৈ উঠাৰ নিচিনা চঞ্চলতাও অতিক্ৰম কৰিবলৈ বহুত অভিজ্ঞতা লাভ কৰিছে অপৰাই।

তথাপি কোনো এক দুৰ্বোধ্য কাৰণত শশাংকক দেখাৰ মুহূৰ্তৰ-পৰা অপৰাৰ মনত লাগিছিল যেন এই ডেকা মানুহজনকেই তেওঁৰ মনৰ বহুত নোকোৱা কথা ক'বৰ কাৰণে তেওঁ বহুত দিনৰপৰা বাট চাই আছিল। এওঁ যেন অপৰাক বুজিব, অপৰাব মনৰ কথা বুজি পাব।

কিন্তু কালি শশাংকক কিছু আপোন মানুহ যেন লাগিছিল যদিও, সংবেদনশীল যেন লাগিছিল যদিও—ক্ৰমে যেন শশাংক কিবা হৃদয়হীন আৰু নিস্পৃহ যেন হৈ উঠিছে। অপৰা আৰু নিৰঞ্জন যেন শশাংকৰ বিৰূপ সমালোচনা আৰু বিদ্ৰূপৰহে পাত্ৰ।

শশাংকই নীৰৱে নিৰিষ্টচিত্তে দীঘল দীঘলকৈ চিগাৰেট হুপিছিল আৰু একেথৰে ক্ৰমাৎ বেছি হৈ অহা বৰষুণজাকৰ ফালে খিৰিকি-খৰ্নোদ চাই আছিল, যেন নিজৰ মনৰ মাজৰ কিবা সমস্যা এটাৰ সমাধান বিচাৰিছিল—আপোনমনে।

ৰান্ধনিশালত বাটিকাঁহী মজাৰ খ্টুং-খাটাং শব্দ ইতিমধ্যে নোহোৱা হৈছিল। ৰান্ধনি ল'ৰাটো ইতিমধ্যে হয়তো শুইছিল!

কিছু পৰৰ মূৰত নীৰৱতা ভাঙি, অন্য এজন মানুহে কোৱাদি এটা গভীৰ মাতেৰে শশাংকই ক'লে, "মোক কিজানি তুমি বেয়া পাইছা, অভদ্ৰ বুলিও ভাবিছা। হয়তো সকলোৰে মনৰ মাজত কোনো অব্যক্ত, গভীৰ, গোপন বেদনা থাকে। নিজৰ বেদনাক ভাল নোপোৱা হ'লে মানুহ জীয়াই থাকিবই নোৱাৰিলেহেঁতেন। কিন্তু নিজৰ কাৰণে যিমান মূল্যবানেই নহওক, আনে আমাৰ বেদনাৰ দাম নিদিয়ে, দিব নোখোজে। আমাৰ বেদনাৰ কথা আনক জনাই কোনো লাভ নাই। মই অন্ততঃ তেনেকৈয়ে ভাবো—"

অপৰা স্তব্ধ হৈ গ'ল। অলপ সময়ৰ আগৰ শশাংক আৰু এই কথাখিনি কোৱা মানুহজন যেন দুজন সম্পূৰ্ণ বেলেগ মানুহ।

হঠাৎ শশাঙ্কলৈ অপৰাৰ মৰম লাগি গ'ল। শশাংকয়ো জানো দুখ চিনি পায়, বেদনা চিনি পায়? এই অহংকাৰী, আত্মকেন্দ্ৰিক, অকলশৰীয়া মানুহজনৰো এটা আনে নেদেখা জীৱন আছে নেকি? আৰু সেই জীৱনটো ধৰা পৰি যাব বুলিয়ে শশাংকই কিবা অভিনয় কৰিছে নেকি?

লাহে লাহে অপৰাই ক'লে, "মই আপোনাৰ কথা বুজিছোঁ। মোৰ কথা মই আনকি নিজকে নকওঁ। কিন্তু কেতিয়াবা কাৰোবাক ক'বৰ মন যায়—বহুত কথা, সকলো কথা ক'বৰ মন যায়। পিছে আপুনি ভয় নেখাব। আপোনাক মোৰ কথা নকওঁ, কিন্তু আপোনাৰ কথা মোক ক'ব লাগিব—আপোনাৰ সকলো কথা—"

"শশাংক মনে মনে থাকিল। এই মানুহজনী মোৰ কি হয় যে মোৰ জীৱনৰ সকলো কথা এওঁক ক'ম? ক'লেও তেওঁ কিবা বুজিব জানো?"

বৰষুণ তেতিয়া আহি আছিল। নিৰঞ্জন তেতিয়াও ঘূৰি অহা নাছিল। বৰষুণৰ শব্দৰ মাজত ক্ৰমে পৃথিৱীখন হেৰাই গৈছিল।

ববষুণত সেমেকা বতাহজাক খোলা খিৰিকিৰ পৰ্দাত খুঁহনি খাই খাই ভিতৰ সোমাই আহিছিল। শশাংকৰ চিগাৰেটটো শেষ হৈছিল।

কি জানো ভাবি শশাংকই সুধিলে, "নিৰঞ্জন ঘুৰি আহিব নহয় ?"

"আহিবতো লাগে। নাহিলেও মোৰ অকলে ৰাতি কটোৱাৰ অভ্যাস আছে। আৰু আজিতো আপুনিও আছে।"

লাহে লাহে শশাংকই ক'লে, "আজি মই হেমিদোৰ ৰহমানৰ লগত নানা কথা পাতিলোঁ। আমি কলিকতাত একেলগে ল' পঢ়িছিলোঁ, তেওঁ আজিকালি নামকৰা এড্ভোকেট—নহয় ?"

"তেওঁৰ নাম শুনিছোঁ, দেখিছোঁও মানুহজনক, পিছে মোৰ লগত চা-চিনাকি তেনেকৈ নাই।"

"তেওঁৰ লগত তোমালোকৰ কথাও বহুত আলোচনা কৰিলোঁ।"

শশাংকৰ মুখলৈ অপৰাই এবাৰ তীব্ৰভাৱে চালে। চহৰখনত মোৰ কত কথাই ওলায়, হেমিদোৰেও হয়তো শুনিছে, আৰু হয়তো তাকে কৈছে শশাংকক। কিজানি কি কথা শুনি আহিছে এওঁ!

হেমিদোৰৰ লগত কি কথা পাতিলে জানিবৰ বিশেষ আগ্ৰহ প্ৰকাশ নকৰি অপৰাই ক'লে, "ৰাতি বহুত হ'ল। ইয়াতে আৰু কিমান বহি থাকিব ? আপোনাৰ টোপনিও আহিছে চাগে—"

বহাৰপৰা উঠি শশাংকই ক'লে, "ব'লা, শোৱা কোঠালৈকে যাওঁ। তাতে কথা পাতিম, টোপনি হ'লে মোৰ অহা নাই।"

অপৰা আগফালৰ বাৰাণ্ডালৈ অলপ ওলাই গ'ল আৰু এনেয়ে এবাৰ আলিবাটৰ ফালে চালে। বৰষুণজাকৰ সিপাৰে আলিটো ষ্ট্ৰীট লাইটৰ ধূঁৱলী পোহৰত কিছু অস্পষ্ট আৰু ৰহস্যময় হৈ পৰিছে। শশাংকৰ গাড়ীখন ববষুণৰ মাজত নীৰৱে পৰি আছে আৰু বৰষুণবোৰ তাৰপৰা ছিটিকি ছিটিকি পৰিছে। গাড়ীখন এনেকৈ তিতিবলৈ দিয়াটো ভাল হোৱা নাই। কিন্তু আমাৰ গাড়ীও নাই, গেৰেজো নাই।

"অপৰা"—ভিতৰৰপৰা শশাঙ্কই মাতিলে।

"গৈছো।"

"নিৰঞ্জন নাই অহা?"

"ওহো।"

অপৰা ভিতৰলৈ সোমাই আহিল। অপৰাই দুৱাৰখন বন্ধ কৰিলে আৰু ক'লে, "এৰা, বলক আমি ভিতৰলৈকে যাওঁ।"

ড্ৰয়িংৰুমৰ লাইটটো নুমুৱাই অপৰা শশাংক শোৱা কোঠাৰ ফালে আগবাঢ়িল। শশাংক বৈ আছিল, তেওঁৰ শোৱা কোঠাটোৰ লাইটটো অপৰাই জ্বলাই দিয়কহি বুলি। অপৰা আহিল, আৰু দুৱাৰমুখত থিয় দি থকা শশাংকৰ গাৰ কাষেদিয়ে পাৰ হৈ গৈ আন্দাজতে খেপিয়াই শোৱা-কোঠাৰ লাইটটো জ্বলাই দিলে। শশাংকৰ নাকুত অপৰাৰ চুলিৰ আৰু গাৰ এটা গোন্ধ লাগিল আৰু শশাংকই অনুভৱ কৰিলে যে এনে একোটা গোন্ধে বৰ্ষাস্নাত একোটা ৰাতিক অৰ্থময় কৰি তুলিব পাৰে। কিন্তু তেওঁৰ কাৰণে অপৰাৰ চুলিৰ এই মাদকতাসনা সৌৰভৰ কোনো তাৎপৰ্য নাই।

বিছনাখনত বহি আৰু সন্মুখৰ চাপৰ বেতৰ চকীখনতে অপৰাক বহিবলৈ কৈ শশাংকই ক'লে, "আজিৰ পৰিস্থিতিটো বৰ কিবা কাব্যিক কাব্যিক, নাটকীয় নাটকীয় লগা নাইনে?"

"অকণো নহয়, আজি মোৰ সঁচা জীৱনৰ সংস্পৰ্শলৈ অহা যেন অনুভৱ হৈছে। অৱশ্যে আপোনাক এনেদৰে লগ পোৱা কথাটোৱেই কিছু অস্বাভাৱিক। আপুনি আৰু মই নহৈ কোনোবা প্ৰেমিক-প্ৰেমিকা হোৱা হ'লে ৰবীন্দ্ৰনাথৰ কবিতা আওৰাই আত্মহাৰা হ'লহেঁতেন—দুজনে মুখোমুখি, গভীৰ দুখে দুখী, আকাশে জল ঝড়ে আনিবাৰ—"

অপৰাৰ লগতে শশাংকয়ো সৰলভাৱে হাঁহিলে। কোঠাটোৰ উজ্বল পোহৰৰ কাৰণেই হওক নাইবা আগফালৰ দুৱাৰ বন্ধ কৰি শোৱনি-কোঠাত সোমাই থকাৰ কাৰণেই হওক নাইবা ইতিমধ্যে

বৰষুণৰ জৰ্‌জৰ্‌ শব্দটো ৰাতিৰ কোনো এক অৰ্থগভীৰ নিজস্ব সুৰ যেন উপলব্ধি হোৱাৰ কাৰণেই হওক, দুয়ো বেছ সহজ হৈ পৰিছিল।

চিগাৰেটটো ওঁঠত লৈয়ে শশাংক ওপৰলৈ মুকৈ, গাৰুত মুৰ দি বিছনাত পৰিল আৰু লঘুভাৱে ক'লে "মোৰ কথাও তোমা-লোকক কম। কিন্তু তাৰ আগতে তোমাৰ কথা মোক ক'ব লাগিব।"

হাঁহি অপৰাই ক'লে, "ইয়ালৈ জানো আপুনি মোৰ কাহিনী শুনিবলৈ আহিছে?"

"যদি কওঁ সেই কাৰণেই আহিছোঁ বুলি—?"

"মই বিশ্বাস নকৰোঁ। পৰহিলৈকে অপৰা নামে এজনী ছোৱালী ক'ৰবাত থকাৰ কথাও আপুনি নেজানিছিল।"

"সেই কথা সঁচা নহ'বও পাৰে।"

অপৰাই কিছু কৌতূহল আৰু বিস্ময়েৰে শশাংকৰ মুখলৈ চালে। তেওঁক আৰু দুৰ্বোধ্য আৰু ৰহস্যময় যেন লাগিল। কোনো বিশেষ কাৰণত কিজানিবা শশাংকই মোকে লগ পাবলৈ বা দেখা পাবলৈ আহিছে!

অপৰাই শশাঙ্কৰ মুখলৈ এবাৰ ভালকৈ চালে। তেওঁক বুজিবৰ চেষ্টা কৰিলে। কোনো সুযোগ-সুবিধা আদায় কৰিবৰ কাৰণে সাজি কথা কোৱা বিধৰ মানুহ এওঁ নিশ্চয় নহয়।

"হেমিদোৰ ৰহমানৰ লগত আমাৰ কথাও পাতিলে? কি ক'লে তেওঁ আমাৰ কথা?"

শশাংক কাটি হৈ অপৰাৰ ফালে মুখ কৰি ঘূৰিল আৰু ক'লে, "কি ক'লে বুলি ভাবিছা বাৰু তুমি?"

"মইনো কেনেকৈ জানিম? হয়তো তেওঁ কৈছে মই এজনী বেয়া ছোৱালী, থাউণ্ডৰ লগত মোৰ মিল নাই, মই বৰ দুৰাকাংক্ষী···নহয়?"

শশাঙ্কই ক'লে, "সেইবোৰ কথা ক'বলৈ জানো এজন এড্‌ভোকেটৰ দৰকাৰ। এইবোৰ কথা যে পাণৱালা, বিড়িৱালায়ো ক'ব পাৰিব।"

তেন্তে জানো তেওঁ আপোনাক কি কথা ক'লে।"

"চৌধুৰীবাৰী চাহ বাগিচালৈ কেতিয়াবা তুমি গৈছা ?"

প্ৰশ্নটো অপ্ৰত্যাশিত আছিল। নিজকে কিছু সংযত কৰি লৈ অপৰাই সুধিলে, "কিয় ?"

"বাগিচাখনলৈ ইয়াৰপৰা কিমান দূৰ ?"

"ইয়াৰপৰা ১৬।১৭ মাইলমান দূৰ হ'ব কিজানি।"

"তালৈ এবাৰ যাবা ?"

"মই ?"

"তুমি মাজে মাজে তালৈ নোযোৱা জানো ?"

"কেতিয়াবা যাওঁ—"

"কিয় যোৱা ? মানে, তাৰ কাৰোবাক তুমি জানো চিনি পোৱা ?"

এই সহজ প্ৰশ্নটোৰ উত্তৰ অপৰাৰ বৰ জটিল যেন লাগিল। অপৰাই শশাঙ্কৰ মুখলৈ চালে—বুজিবৰ চেষ্টা কৰিলে, এইবোৰ প্ৰশ্ন শশাঙ্কই কিয় কৰিছে, আৰু এইবোৰৰ কি উত্তৰ তেওঁ আশা কৰিছে। উত্তৰ দিবৰ কাৰণে অপৰাই কিছু চিন্তা কৰিবলগীয়া হ'ল।

শশাঙ্ক আকৌ ওপৰলৈ মুকৈ শুলে আৰু সৰু মাতেৰে ক'লে,

"তুমি যাব নেলাগে, মই অকলেই যাম।"

সকাহ পোৱাৰ ধৰণে অপৰাই সুধিলে, "তালৈনো কিয় যাব খুজিছে ?"

"তালৈ যাবলৈকে মই ইয়ালৈ আহিছিলোঁ অপৰা। তোমালোকৰ ঘৰত যে কিয় সোমাই আছোঁ মই নিজেই বুজা নাই।"

তাৰ পিছত শশাঙ্কই অপৰাক বুজাই ক'লে, "চৌধুৰীবাৰী

আমাৰ দেউতাৰ বাগিচা। মোৰ ডাঙৰ মাজু ককাইদেউ মৃগাংক চৌধুৰীয়ে বৰ্তমান সেইখন বাগিচা চলায়। যোৱা ছয়-সাত বছৰ চলাইছে আৰু এতিয়ালৈকে প্ৰায় তিনি লাখ টকা লোকচান দিছে। তোমাক কিজানি কৈছিলোঁৱেই মৃগাংক থিয়েটাৰ, চিনেমা, আৰ্ট, কালচাৰ কৰা মানুহ। সেইবোৰ সকলোতে ফেইল মাৰি মন্ত্ৰীৰ ল'ৰা চাহবাগানৰ মেনেজাৰ হৈছে।"

কথা শুনি থাকোঁতে বিস্ময়ত, কৌতূহলত, এক অজানিত আশংকাত অপৰাৰ মুখখন মেল খাই গৈছিল, তলৰ ওঁঠটো অলপ ওলমি পৰিছিল, চকু দুটা আধা মুদ খাই গৈছিল—যেন তেওঁৰ টোপনিহে আহিছে।

শশাংক মনে মনে থকাৰ কাৰণে অপৰাই লাহে লাহে ক'লে, "মৃগাংক চৌধুৰীক মই চিনি পাওঁ। কিন্তু তেৱেঁই যে আপোনাৰ ককায়েক মই নেজানিছিলোঁ। আপুনি তেখেতক লগ পাবলৈ যাব খুজিছে ?'

"যাবা তুমি ?"

"কেতিয়া যাব ?"

"তোমাৰ যিদিনাই সুবিধা হয়, ধৰা কালিলৈকে।"

"কালিলৈ বাৰু এখেত আহক, কথাটো পৰামৰ্শ কৰি চাওঁ।"

"এনেকৈ কেতিয়াবা পৰামৰ্শ কৰা জানো ?"

অপৰাই তীব্ৰভাৱে শশাংকৰ মুখলৈ চালে। প্ৰশ্নটোত কোনোবাদি যেন এটা শ্লেষ লুকাই আছে।

"চৌধুৰীবাৰী বাগিচালৈ মই যোৱাৰ কথা আপোনাক এড্‌ভোকেট হেমিদে কৈছে, নহয় ?"

"কোনে কৈছে, সেইটো অদৰকাৰী কথা।"

"তেন্তে এইবোৰ কথা মোক কিয় সুধিছে ?"

"মোৰ কথা শুনিবলৈ তোমাৰ ধৈৰ্য আৰু আগ্ৰহ থকাৰ কাৰণেই সুধিছোঁ। তুমি নুশুনিলেও আৰু মোৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিলেও মই একো কৰিব নোৱাৰোঁ।"

"মৃগাঙ্কৰ লগত আপোনাৰ অকণো মিল নাই।"

"কিয় ?"

"মোৰ তেনেকুৱাই লাগিছে।"

"মিল নথকাটোৱেই স্বাভাৱিক।"

শশাঙ্ক বিছনাতে বহিল, চিগাৰেট এটা জ্বলালে, আৰু ক'লে "তুমি কেতিয়াবা এইদৰে অকলশৰে মৃগাঙ্কৰ লগত তৰ্ক কৰি ৰাতি কটাইছা ?"

"মই কৈছোঁৱেই নহয় মৃগাঙ্কৰ লগত আপোনাৰ কোনো মিল নাই।"

"দুদিনৰ চিনাকিতে এনে সিদ্ধান্ত কৰাটো ঠিক হৈছে জানো ?" অপৰাৰ কিছু অস্বস্তি লাগিল। এনেদৰে অপৰাক অপ্ৰস্তুত আৰু অপদস্থ কৰাতকৈ বৰং শশাঙ্কই অপৰাক সাৱটি ধৰি চুমা এটা খাই দিলেও হয়তো অপৰাৰ ইমান বেয়া নেলাগিব। আৰু শশাঙ্কই অপৰাক কি ক'বলৈ বিচাৰিছে সেইটো তেওঁ এতিয়াও নিশ্চয়কৈ ধাৰণা কৰিব পৰা নাই।

অপৰাই কিছু কঠিনভাৱেই ক'লে, "মিছেছ অপৰা খাউণ্ড সৰু ছোৱালী নহয়।"

চিগাৰেটৰ ধোঁৱা এখিনি সমুখলৈ এক বিশেষ ধৰণে এৰি দি হাঁহি শশাঙ্কই ক'লে, "নিজৰ বিষয়ে ইমান ভুল ধাৰণা সৰু ছোৱালীবহে থাকে।"

অপৰা ৰঙা পৰিল। এই মানুহজনৰ লগত তৰ্ক কৰি জিকাৰ কোনো আশা নাই। তেওঁৰ এনে এটা ব্যক্তিত্ব আছে যে তাৰ ওচৰত যুক্তিবোৰ দুৰ্বল হৈ যায়।

হঠাৎ শশাঙ্কই ক'লে, "ৰাতি বহুত হ'ল। নিৰঞ্জন হয়তো

আজি আৰু নাহিবই। তোমাৰ নিশ্চয় টোপনি আহিছে। শুই থাকাগৈ যোৱা অপৰা, ময়ো শোওঁ।"

"একো বেছি ৰাতি হোৱা নাই। হ'লেও মোৰ টোপনি অহা নাই আৰু আপোনাৰো টোপনি নাই অহা।"

"মোৰ টোপনি নাহিল বুলি তোমাৰ টোপনি খতি কৰা অন্যায় নহ'ব ?"

"হওক মোৰ টোপনি খতি। আপুনি মোক কওক, মোক চৌধুৰীবাৰী বাগিচালৈ কিয় নিবলৈ বিচাৰিছে—ক'ব লাগিব—" এইবাৰ এজনী সৰু ছোৱালীয়ে কোৱাদি অপৰাই ক'লে।

উজ্বলভাৱে জ্বলি থকা লাইটটোৰ ফালে চাই শশাংকই সুধিলে, "লাইটটোৱে চকুত ধৰা নাইনে ?"

"অফ্ কৰি দিওঁ ?"

"আন্ধাৰত থাকিবলৈ ভয় নেলাগিব ?"

"জিৰ' পাৱাৰৰটো জ্বলাই দিওঁ।"

শশাঙ্কই একো নক'লে। অপৰা উঠিল আৰু লাইটটো নুমাই জিৰ' লাইটটো জ্বলাই দিলে। কোঠাটোৰ ভিতৰখন ৰহস্যময় হৈ পৰিল।

শশাংকই ক'লে, "মই বৰ ব্যৱসায়ী মানুহ—জানা অপৰা।"

"সেইটো মই ভালকৈ বুজিছোঁ। ব্যৱসায়ী মানুহ মই চিনি পাওঁ।"

"সেই কথা হেমিদোৱে মোক কৈছে—"

অপৰাৰ সকলো উচ্ছ্বাস মুহূৰ্তত্তে দমি গ'ল। শশাংকই কোনো এক বিশেষ কাৰণত অপৰাক শলঠেকত পেলাবৰ চেষ্টা কৰিছে নেকি ? বৰ্তমানৰ ভাৰতীয় ব্যৱসায়ী শ্ৰেণীটোক বহুতে চাৰিত্ৰিক দুৰ্বলতাৰ প্ৰতিনিধি বুলি ভাবে।

মনৰ অসহিষ্ণু ভাব কোনোমতে সামৰি অপৰাই ক'লে, "আপুনি শোৱক, মোৰ টোপনি আহিছে, শোওঁগৈ—"

শশাঙ্কই হাঁহি দিলে। "সৰু ছোৱালী নোহোৱা বুলি তুমিয়ে অলপ আগতে কোৱা নাছিলা জানো ?"

অপৰাই এইবাৰ লাজ পালে।

শশাঙ্কই ক'লে, "জানা অপৰা, আমাৰ ডাঙৰ বাইদেউৰ সমনীয়া এজনী ডাক্তৰণী আছিল, বৰ গহীন, বেছ শকত-আৱত। আমি তেওঁলৈ ভয়েই কৰিছিলোঁ। পিছে তেওঁ এনেকুৱা আছিল যে কেতিয়াবা পেট কামোৰণি হ'লেও হায়ো-বিয়োকৈ কান্দে—"

অপৰাই আৰু লাজ পালে আৰু নিজক সঁচাকৈয়ে এজনী সৰু ছোৱালী যেন অনুভৱ কৰিলে।

"তেন্তে কওক, আপুনি কি ক'ব খুজিছে—"

শশাঙ্কই ক'লে, "মই তোমাক সুধিছিলোঁ, মৃগাঙ্কৰ তালৈ তুমি কিয় যোৱা, তুমি উত্তৰ নিদিলা। তুমি যে মৃগাঙ্কৰ বাগিচালৈ নেযাবা বা যোৱাটো বেয়া কথা সেইটোতো মই কোৱা নাই।"

তলমূৰ কৰি অপৰাই শুনি গ'ল।

"সঁচাকৈয়ে মই ব্যৱসায়ী কথাৰেই ইয়ালৈ আহিছোঁ। এটা পাৰিবাৰিক সমস্যা, নৈতিক সমস্যা, এটা আদৰ্শগত সমস্যা জড়িত হৈ থকা কথাৰ সম্পৰ্কত মই ইয়ালৈ আহিবলগীয়া হ'ল।

শশাঙ্কৰ কথাত দৃঢ়তা আৰু ব্যৱসায়াত্মিকৰ এটা সুৰ আছিল।

"সেই কথা তেন্তে মই জনা উচিত নহ'ব ?"

"তুমি জানিবই লাগিব। আৰু তোমাক জনাবৰ কাৰণেই মই আহি তোমালোকৰ আলহী হৈ এইদৰে তোমাক আমনি দিছোঁহি।"

অপৰাই ক'লে, "মই এতিয়াও একো বুজা নাই—"

"চমু কথা। মই বুজাই কৈছোঁ। নিৰঞ্জনো থকা হ'লে ভাল আছিল, কিন্তু নথকাৰ কাৰণে আৰু ভাল হৈছে। মই সকলো কথা তোমাক ক'ব পাৰিম।"

অপৰাই নীৰৱে শুনি গ'ল।

"চৌধুৰীবাৰী বাগিচা দেউতাই বহু কষ্টে কিনা বাগিচা। দুই

লাখ পঁচিশ হেজাৰত কিনিছিল আজি ১৫।১৬ বছৰৰ আগতে। আগতে অন্য মেনেজাৰে বাগান চলাইছিল। লাভ হৈছিল। পিছত মৃগাঙ্ক ককাইদেউ এনেই ঘূৰি ফুৰা দেখি নিজৰ বাগানকে চলাবলৈ মেনেজাৰ কৰি দিলে। এতিয়ালৈকে সাত বছৰত প্ৰায় তিনি লাখ টকা লোকচান দিছে। এনেকৈ হ'লে আৰু তিনি বছৰ-মানৰ মূৰত বাগান কাৰোবাক আধামূলীয়াকৈ বেচি দিব লাগিব। নাইবা বাগানৰ কুলীক বা বেঙ্কক শোধাই দিব লাগিব।"

গাড়ী এখন আহি অপৰাহ্ণতৰ পদূলি-মূৰত ৰোৱাৰ শব্দ হ'ল দুয়ো কাণ দিলে।

"নিৰঞ্জন আহিছে বোধহয়—"

দুয়ো বাহিৰৰ ফালে চালে। সঁচাই নিৰঞ্জন আহি দুৱাৰত টুকুৰিয়ালে। অপৰা উঠি গৈ দুৱাৰখন খুলি দিলে আৰু নীৰৱে নিৰঞ্জন ভিতৰ সোমাই আহিল।

শশাঙ্কৰ কোঠালৈ ভুমুকিয়াই চাই নিৰঞ্জনে মধ্যস্থতাতে সুধিলে, "তোমালোক শোৱা নাই ?"

শশাঙ্কই ক'লে, "তুমি আহিবলৈ বাট চাই আমি কথা পাতি বহি আছোঁ। হ'লনে কাম ?"

"শেষ নহ'লগৈ। কালিলৈ দিনটো লাগিব।"

"মন্ত্ৰী থাকিব ?"

"আজি তেওঁ বানবিধ্বস্ত কেইটামান অঞ্চল ঘূৰিলে, কাইলৈ আৰু কিছু ঠাই ঘূৰিব, আৰু নিজ চকুৰে চাব আৰু মানুহবোৰকো লগ ধৰিব।"

"বানপানী হ'ল আহাৰমহীয়া আৰু মিনিষ্টাৰ চাবলৈ আহিছে আহিনত, কি চাব ?"

নিৰঞ্জনে ক'লে, "বানপানী হওঁতেও আহিছিল। সাহায্য বিচৰা বহুত ভুৱা আবেদনকাৰী আছে। পঞ্চায়তৰ সভাপতি, লাট

মণ্ডল—এইখোৰেই লিষ্ট তৈয়াৰ কৰি দিয়ে। আধাআধি ফাকি, ভুৱা। আমি অনুসন্ধান কৰি যিমান পাৰো প্ৰকৃত ক্ষতিগ্ৰস্ত বিচাৰি উলিয়াইছোঁ। তাৰ মাজতো ভালেমান এপইচাও ক্ষতি নোহোৱা মানুহৰ দৰ্খাস্ত আছে। মিনিষ্টাৰে নিজে কিছু চৰ্‌জমিন তহ্‌কিক কৰি চাব খুজিছে।"

"কাইলৈ তুমিও যাবানেকি মিনিষ্টাৰৰ লগত ?'

"যাব লাগিব। আমি খুব পুৱাতে পাঁচ বজাতে যাম।"

"কাইলৈ ময়ো যামগৈ কিজানি।" শশাঙ্কই ক'লে।

নিৰঞ্জন কোঠাৰ ভিতৰলৈ সোমাই আহিল আৰু চকীখনত নবহি শশাঙ্কৰ বিছনাখনতে বহিল।

"কাইলৈকে যাবা ?"

"নগৈ অপৰাৰ লগত দিনে-ৰাতিয়ে কথা পাতি বহি থাকিলেই চলিব জানো ?"

"কিন্তু মই যে তোমাৰ লগত ভালকৈ কথা-বতৰা হ'বলৈকে পোৱা নাই। তুমি কিজানি বেয়াই পাইছা—"

"বেয়া পালেওতো উপায় নাই। তোমাৰ চাকৰিতো তুমি কৰিবই লাগিব।"

ইমানপৰে অপৰাই একো কোৱা নাছিল। থিয় দি থাকি মাজে মাজে শশাঙ্কৰ আৰু মাজে মাজে নিৰঞ্জনৰ মুখলৈ চাইছিল। আৰু দুয়োৰে মাজৰ পাৰ্থক্যখিনি বুজিবৰ চেষ্টা কৰিছিল। শশাঙ্ক উচ্ছল, অথচ আত্মস্থ, কিছু উদ্‌ভ্ৰান্ত আৰু উত্তেজিত, অথচ অচঞ্চল, গম্ভীৰ। নিৰঞ্জন যেন বিমৰ্ষ, বিষণ্ণ, অসহায়। নিজে কিবা সিদ্ধান্ত কৰাৰ শক্তি যেন তেওঁৰ নাই। আৰু বয়সতো যেন তেওঁ শশাঙ্কতকৈ বহুত বছৰৰ ডাঙৰ। শশাঙ্কৰ মুখত যৌৱনৰ অম্লান-শ্ৰী আৰু চাৰুতা, নিৰঞ্জনৰ চকু-মুখ-কপালত প্ৰৌঢ়তা আৰু অকাল বাৰ্ধক্যৰ নুলুকুৱা সাঁচ। নিৰঞ্জনৰ মুখততো কোনো মহৎ ত্যাগৰ উদ্দীপ্ত সৌন্দৰ্য নাই, আছে ব্যৰ্থতা আৰু বিফলতাৰ কৰুণ স্বাক্ষৰ।

অথচ শশাঙ্কৰ চকু-মুখত লাগি আছে সংগ্ৰাম-জয়ৰ দৃঢ়তাৰ অম্লান প্ৰত্যয়।

অপৰাই এইবাৰ ক'লে, "কালিলৈ চৌধুৰীয়ে মযে় চৌধুৰীবাৰী বাগিচালৈ যাম।'

"ক'লৈ ?"

"এখেতসকলৰ বাগিচালৈ—"

নিৰঞ্জনে শশাঙ্কৰ মুখলৈ চালে।

শশাঙ্কই ক'লে, "বহুত ৰাতি হ'ল। এতিয়া এইবোৰ কথা পাতি আৰু ভাল নেলাগিব। কিন্তু কালিলৈ তুমি নেথাকিবা, মযে়া যাবগৈ লাগিল।"

"কথাটোনো কি কোৱাচোন—" নিৰঞ্জনে ক'লে।

শশাঙ্কই ক'লে, "চৌধুৰীবাৰী বাগিচাখন মৃগাঙ্ক ককাইদেৱে চলাইছিল। বহুত লছ দিছে। বাগিচাখন তেওঁৰ হাতৰপৰা এৰুৱাব খুজিছোঁ—মানে এৰুৱাব লাগিব, নহ'লে বাগানখন যাব।"

কথাবোৰ যেন নিৰঞ্জনে আগৰপৰা জানে এনে ধৰণে ক'লে, "দেউতাৰাই একো কৰা নাই ?"

"দেউতাৰ আৰু বহুত কাৰবাৰ। এইফালে কি হৈছে চকুকে দিয়া নাই। তাতে তেখেতৰ বয়সো হৈছে, প্ৰেছাৰতো ভুগিছে।"

অপৰা চকীখনতে বহিল।

শশাঙ্কই কৈ গ'ল, "দেউতাৰ ধন-সম্পত্তিৰ ভাগ মই বিচৰা নাই। বাগিচাও মোক নেলাগে। কিন্তু এখন চাহ বাগিচা এটা মূল্যবান জাতীয় সম্পত্তি, ই ফৰেইন্ এক্সচেঞ্জ আনে। শ শ মানুহে বাগানত কাম কৰি জীৱিকা নিৰ্বাহ কৰে। এনে এটা সম্পত্তি নষ্ট হ'বলৈ দিয়া মানে এটা জাতীয় সম্পত্তি, জাতীয় উদ্যোগ ধ্বংস কৰা। তাক বাধা দিয়াটো মোৰ কৰ্তব্য।"

"বাগিচা আপোনাক নেলাগেই যদি, আপুনি এইবোৰ কথাত কিয় সোমাইছে ?" অপৰাই সুধিলে।

"যি কাৰণে তুমি পতিতা-কল্যাণ অনুষ্ঠান চলাইছা, নিৰঞ্জনে কংগ্ৰেছ অফিচৰ ছেক্ৰেটাৰী কৰিছে, সেই একে কাৰণতে। সৎভাৱে শ্ৰম কৰি জীৱিকা অৰ্জন কৰাটোক মই মোৰ কৰ্তব্য বুলি ভাবো। বাগিচা কিনাৰ সৰহখিনি টকা হয়তো দেউতাই মন্ত্ৰী হিচাপে পোৱা ঘোচৰ টকা কিন্তু দেউতাই কিনিলে কাৰণেই বাগিচাখনতো বেয়া হৈ নাযায়। এজনে বেয়া উপায়ে ঘটিলে কাৰণেই আন এজনে বেয়া উপায়ে তাক উৰাই দিব—এইটো সমৰ্থনযোগ্য কথা নহয়—"

"তুমি কি কৰিব খুজিছা ?" নিৰঞ্জনে সুধিলে।

"এড্‌ভোকেট হেমিদোৰ ৰহমানৰ লগত তাৰেই পৰামৰ্শ চলাইছোঁ। বাগিচাখন এতিয়াও দেউতাৰ নামতে আছে। আমাৰ আৰু দুখন বাগিচা আছে। হয়তো মোকৰ্দমা নকৰিলেও মই দেউতাৰ সম্পত্তিৰ উত্তৰাধিকাৰী হিচাপে বাগিচাৰ এটা অংশ পাম। কিন্তু সৰুতেই মই প্ৰতিজ্ঞা কৰিছিলোঁ দেউতাৰ সম্পত্তি মোক নেলাগে—"

"কিয় ?" অপৰাই সুধিলে।

নিৰ্বিকাৰভাৱে শশাংকই ক'লে, "সেই কথা দৰকাৰ হ'লে অন্য কেতিয়াবা ক'ম।"

নিৰঞ্জনে ক'লে, "তোমাৰ কথাটো মই বুজিছোঁ। দেউতাকৰ সম্পত্তি ৰক্ষা কৰিবৰ যত্ন কৰাটো পুত্ৰৰ কাৰণে কোনো লাজৰ কথা নহয়। কিন্তু মৃগাংকই সহজে এৰি দিব জানো ?"

"ককাইদেউৰ সম্পত্তি মই কাঢ়ি লবলৈ বিচৰা নাই। কিন্তু দেউতাৰ সম্পত্তি ধ্বংস হোৱাৰ পৰা ৰক্ষা কৰাটো মোৰ কৰ্তব্য।"

"মৃগাংকৰ হাতৰপৰা এৰুৱালেই বাগানখন ৰক্ষা পৰিব ?"

অলপ ভাবি শশাংকই ক'লে, "মোৰ বিশ্বাস, পৰিব। এহাতে তেওঁ বাগানখনৰ প্ৰতি অকণো মন-কাণ নিদিয়ে আনহাতে তেওঁ টকা-পইচাৰ এনে ধৰণে অপব্যয় কৰিছে যে হেজাৰ হেজাৰ

টকা লোকচান হোৱাৰ উপৰিও বাগান চলাবলৈ টকা ধাৰে লব লগা হৈছে—প্ৰত্যেক মাহত।"

অপৰাই ক'লে, "মই কিন্তু সঁচাকৈয়ে আপোনাৰ কথা বুজিব পৰা নাই। দেউতাকৰ সম্পত্তি আপোনাক নেলাগে, অথচ সেই সম্পত্তিকে ৰক্ষা কৰিবৰ কাৰণে আপুনি ককাইদেৰেকৰ লগত যুঁজিবলৈ ওলাইছে। সেইখন বাগান যদি দেউতাকে ককাইদেৰেকক দি দিয়ে, তেতিয়াতো আপোনাৰ ক'বলগীয়া বা কৰিবলগীয়া একো নেথাকে।"

"তাৰ আগতেই মই বাধা দিব খুজিছোঁ। দৰকাৰ হ'লে বাগিচাখন মই নিজে কিনি লম।"

"হেমিদোৱে তাকে কৈছে?"

"পৰামৰ্শহে কৰিছোঁ। একো সিদ্ধান্ত এতিয়াও কৰা নাই। তোমালোকে কি ভাবা?"

অপৰাই ক'লে, "মোৰ মনেৰে মৃগাঙ্ক চৌধুৰীয়ে বাগানখন ইমান সহজে এৰি নিদিব। তেওঁৰতো অন্য কোনো কাম-কাজো নাই।"

"দৰকাৰ হ'লে মই মোৰ মটৰৰ কাৰবাৰ তেওঁক চলাবলৈ দি বাগান মই নিজৰ হাতলৈ আনিম, কিন্তু—"

শশাঙ্ক ৰৈ গ'ল আৰু এবাৰ এক বিশেষ ধৰণে অপৰাৰ মুখলৈ চালে। অপৰাই তলমূৰ কৰিলে। চৌধুৰী পৰিয়ালৰ সা-সম্পত্তিৰ কথা লৈ শশাঙ্কই অপৰাহঁতৰ লগত কিয় আলোচনা কৰিছে সেই কথা নিৰঞ্জনে নুবুজিলেও অপৰাই যেন বুজি পাইছে।

হয়তো শশাঙ্কই জানিব পাৰিছে যে চৌধুৰীবাৰী চাহ বাগিচাৰ লগত অপৰাজিতা থাউণ্ডৰ এটা সম্পৰ্ক আছে।

নিৰঞ্জনে ক'লে, "ৰাতি বহুত হ'ল। মই অকণমান শুই লওঁ। ৰাতিপুৱা সোনকালে যাব লাগিব। তুমি কালিলৈকে যাব নেলাগে শশাঙ্ক। কেইদিনমান থাকা। অৱশ্যে এইবোৰ কথা মোৰ ভালকৈ মূৰত নেখেলায়। তোমালোকেই কিবা এটা কৰাৰ আগতে খৰচিমাৰি

বিষয়টো আলোচনা কৰি চোৱা। মোৰ মনেৰে এই বিষয়ে দেউতাৰে নিশ্চয় কিবা এটা সমীমাংসা কৰিব পাৰিলেহেঁতেন। মই উঠো দেই—''

কৈ নিৰঞ্জন নিজৰ কোঠালৈ গ'ল।

অপৰালৈ চাই শশাংকই ক'লে, "মোৰ সমস্যা লৈ তুমিও টোপনি খতি কৰিব নেলাগে অপৰা। শোৱাগৈ যোৱা, ময়ো শোওঁ। যদি তোমাৰ কোনো অসুবিধা নহয়, কাইলৈ মোৰ লগত এবাৰ চৌধুৰীবাৰীলৈ যাব পাৰিবা নহয়?''

"মই যাব লাগিব জানো?''

"মই ভাবি চাওঁ বাৰু। এতিয়া তেন্তে শুই থাকাগৈ।''

## ॥ সাত ॥

চাৰিওফালে ইটাৰ ওখ পকী দেৱালেৰে ঘেৰা আহল-বহল কম্পাউণ্ডৰ মাজত থকা ধুনীয়া আৰ-চি-চিৰ ক্ৰীমৰঙৰ ঘৰটোৱেই ভূতপূৰ্ব মন্ত্ৰী মন্মথ চৌধুৰীৰ ঘৰ। অকল ভৰলুমুখ অঞ্চলতে নহয়, সমগ্ৰ গুৱাহাটী চহৰতে তেতিয়া এনেকুৱা সুদৃশ্য আৰু মনোৰম এটা ঘৰ নাছিল। মন্ত্ৰী হোৱাৰ আগতে চৌধুৰী যেতিয়া এজন নামকৰা উকীল, তেতিয়াই তেওঁ ঘৰটো সজাইছিল। তাৰ পিছত এম-এল-এ হ'ল—পাঁচ বছৰ, তাৰ পিছৰপৰা হ'ল মিনিষ্টাৰ। এম-এল-এ হৈ থাকোঁতেই তেওঁ শিবলঙতো এটা আটোমটোকাৰি ঘৰ সজাইছিল আৰু তাতে থাকিবলৈ লৈছিল। শিবলঙৰ বাটত গুৱাহাটী, ৰাজহুৱা কামত তেওঁ কমেও দুবাৰ গুৱাহাটীলৈ বা গুৱাহাটীয়েদি ক'ৰবালৈ যায়। কেতিয়াবা ঘৰত সোমায়, কেতিয়াবা নোসোমায়—চাৰ্কিট হাউছতে থাকে।

ঘৰত থাকে ডাঙৰ পত্নী আৰু তেওঁৰ মাজু পুতেক মৃগাঙ্ক। মৃগাঙ্কক মেট্ৰিক পাছ কৰাৰ পিছত চেণ্ট এডমাণ্ডছ কলেজতে নাম লগাই দিছিল। কিন্তু মৃগাঙ্কই শিবলঙত থাকি ভাল নেপালে। গুৱাহাটীলৈ গুচি আহিল।

কলেজত নাম লগাই লৈ মৃগাঙ্ক 'সংস্কৃতি' কৰাত লাগিল। 'অপৰূপা' নাট্যগোষ্ঠী খুলিলে, 'বিথোফেন সঙ্গীতায়ন' খুলিলে, 'নটৰাজ নৃত্যলোকৰ' প্ৰধান পৃষ্ঠপোষক হ'ল, আৰু সদৌ অসম জুৰি নতুন সংস্কৃতিৰ ধল বাগৰাবৰ উদ্দেশ্যেৰে 'নতুন সংস্কৃতি' নামে মাহ, দুমাহ আৰু পিছলৈ তিনিমাহৰ মূৰত এবাৰকৈ ওলোৱা

একমাত্র সংস্কৃতি বিষয়ক 'পষেকীয়া' আলোচনীৰ সম্পাদনা সমিতিৰ সভাপতি হ'ল।

তেতিয়া মন্ত্ৰী মন্মথ চৌধুৰীৰ জয়জয় ময়ময় অৱস্থা। মাটি চপৰা মুঠি মাৰি ধৰিলেও সোণচপৰা হয়। চৌধুৰীৰ মজিয়াত ধনৰ চো-চোৱনি, জনজননি। অহাৰ হিচাপ ৰখাৰ সময় যিদৰে নাই, যোৱাৰ হিচাপ কৰাৰ ধৈৰ্য'ও কাৰো নাই। আৰু তেতিয়া মন্মথ চৌধুৰী যদি শিৱলগুত উঠিৰজা, তস্য পুত্ৰ মৃগাংক চৌধুৰী গুৱাহাটীতে বাহিৰজা। নিতান্ত uncultured জনেহে গুৱাহাটীত মৃগাঙ্কক চিনি নেপায় আৰু মৃগাঙ্কৰ নাম যি নেজানে, সি নিশ্চয় কুৰি শতিকাৰ অসমীয়াই নহয়।

মৃগাংক সুদৰ্শন ডেকা। গান গায়—যদিও মাতটো বৰ মিঠা নহয়। নাচিব নেজানিলেও ভাৰত নাট্যম, কথাকলি, কথক আৰু সত্ৰীয়া নাচৰ বিষয়ে তত্ত্বগধুৰ আলোচনা কৰিব পাৰে, থিয়েটাৰো কৰিব পাৰে, অভিনয় কৰা আৰু ডিৰেকচন্ দিয়া উভয়তে সমানে পাৰদৰ্শী। নিৰ্ভৰযোগ্য চৰিত্ৰাভিনেতা বুলি থকা মৃগাংকৰ খ্যাতি অমূলক নহয়। যথাৰ্থতে বৰ ধুনীয়াকৈ বিৰহীৰ আৰু মদাহীৰ পাৰ্ট কৰিব পাৰে। কিন্তু এটা কথা সকলোৱে স্বীকাৰ কৰিছিল যে অৰ্গেনাইজেচন বা সংগঠনৰ ক্ষেত্ৰত গুৱাহাটীতে মৃগাংক চৌধুৰীৰ সমকক্ষ দ্বিতীয় এজন নাছিল। অৱশ্যে অৰ্গেনাইজেচন কৰিবৰ কাৰণে যিটো বস্তু আটাইতকৈ বেছি দৰকাৰী সেই বস্তু মৃগাংকৰ আছিল—মৃগাংক মন্ত্ৰীৰ ল'ৰা আৰু মৃগাংকৰ জেপত ন'টৰ নুৰা।

কালচাৰৰ কামত লাগি মৃগাংক হৈ পৰিছিল গুৱাহাটীৰ ভিতৰতে আটাইতকৈ ব্যস্ত ব্যক্তি। দেউতাকৰ পুৰণি ষ্টেণ্ডাৰ্ড গাড়ীখন পুৱাৰপৰা নগৰৰ অলিয়ে-গলিয়ে ঘূৰে—অবিৰাম, অক্লান্ত।

এই ৰকমে ঘূৰি ঘূৰি এদিন মৃগাংক চৌধুৰীৰ গাড়ীখন গৈ

থিয় হৈছিল শান্তিপুৰৰ একেবাৰে দক্ষিণৰ পাহাৰৰৰ ঠিক নামনিতে থকা এটা সৰু ঘৰৰ সমুখত। তেতিয়া ৰাতি আঠ বাজি গৈছিল। ঘৰটোৰ ভিতৰৰ মেজখনৰ ওপৰত জ্বলি আছিল চিমনিৰ ধোঁৱা লগা এটা সৰু লণ্ঠন—দুৱাৰমুখত হাঁহিমুখে থিয় দিছিল মৃগাঙ্ক চৌধুৰী।

প্ৰায় লগে লগেই ভিতৰৰপৰা ওলাই আহিছিল এজনী লাহী, সাধাৰণ বগী ছোৱালী। তেতিয়াও ছোৱালীজনীৰ চকুত আছিল এযোৰ ক'লা গগলছ্।

হঠাৎ দুৱাৰমুখত মৃগাঙ্কক দেখি ছোৱালীজনীৰ বুকুখন ঢপ্‌ঢপাই উঠিছিল। যিজন ডেকা কলেজীয়া ছোৱালীৰ কথাই নাই, স্কুলীয়া ছোৱালীৰো ৰহস্যমধুৰ আলোচনাৰ পাত্ৰ, সেইজন ডেকা সোঁ-শৰীৰে দুৱাৰমুখত উপস্থিত। ছোৱালীজনীয়ে বিব্ৰত বোধ কৰিলে, কিছু অপ্ৰস্তুত হ'ল, তাৰ পিছতে সেপ ঢুকি কোনোমতে ক'লে, "আ-পু-নি।"

বৰ মন মুহি যোৱা হাঁহি এটা মাৰি মৃগাঙ্কই ক'লে, "মোক চিনি পাইছা?"

ছোৱালীজনীয়ে গৰ্বেৰে ক'লে, "কিয় চিনি নেপাম? বহক দেই। মই মাক খবৰ দিওঁ—"

মাক আহিল। মৃগাঙ্কক দেখি বিস্মিত হ'ল, আপ্যায়িতৰ হাঁহি মাৰিলে আৰু কাৰোবাৰ ঘৰ বুলি ভুল কৰি আহিছেনেকি পোনপটীয়াভাৱে সুধিলে।

মৃগাঙ্কই ভুল কৰা নাই। মৃগাঙ্ক আহিছে অপৰাজিতাক বিচাৰি—শিল্পী অপৰাজিতাক বিচাৰি, এখন নৃত্য-নাট্যত নায়িকাৰ ভূমিকাত অভিনয় কৰিবৰ কাৰণে অপৰাজিতাৰ বাহিৰে দ্বিতীয়জনী ছোৱালী গুৱাহাটীত কিয়, সদৌ অসমতে নাই। আৰু মৃগাঙ্কই ঘোষণাই কৰি আহিছে অপৰাক নমাবই আৰু অপৰাই নৃত্যাভিনয়ৰ ইতিহাসত নতুন অধ্যায়ৰ সূচনা কৰিবই।

সেইদিনা অপৰাৰ মাক আৰু অপৰাৰ সন্মতি লৈ চাহ-তামোল খাই মৃগাঙ্ক চৌধুৰী যেতিয়া 'অপৰুপা'লৈ ঘূৰিছিল, তেতিয়া অসমৰ সংস্কৃতিৰ ইতিহাসত কোনো নতুন অধ্যায়ৰ সূচনা হওক বা নহওক, অপৰাজিতা বৰুৱা নামৰ এজনী ১৫ বছৰীয়া ছোৱালীৰ জীৱনত যে এটা নতুন অধ্যায়ৰ আৰম্ভ হৈছিল, সেই কথা আনে নেজানিও ভৱিতব্যই বুজি পাইছিল—সকলোৰে অলক্ষিতে।

সেইদিনাৰ পিছত একেখন ষ্টেণ্ডাৰ্ড গাড়ী সন্ধিয়াৰ পিছত সদায় শান্তিপুৰৰ সেই ঘৰটোৰ পদূলি মুৰত ৰয়, সাজিকাচি এজনী গাভৰু ওলাই আহি গাড়ীত উঠেহি, গাড়ীখন গুচি আহে। তাৰ পিছত সেই একেখন গাড়ীয়েই ৰাতি ১০, ১১, ১২, ১ আৰু কেতিয়াবা ২ বজাত সেই পদূলিলৈ ঘূৰি আহে, তাৰপৰা এজনী ছোৱালী লয়লাসে নামি যায়, গাড়ীখন কিছুপৰ ৰৈ থাকে, তাৰ পিছত ঘূৰি যায়। ড্ৰাইভাৰৰ চীটত সদায় বহি থাকে এজন ডেকা —যাৰ নাম মৃগাঙ্ক চৌধুৰী।

সঁচাকৈয়ে গুৱাহাটীৰ সংস্কৃতি-জগতৰ এটা নতুন নক্ষত্ৰৰ আৱিৰ্ভাৱ হ'ল। অপৰাৰ নিচিনা বহুমুখী প্ৰতিভাসম্পন্ন এজনা শিল্পীক পাই এটা যুগ ধন্য হ'ল। এই প্ৰতিভাৰ নতুন নতুন স্বীকৃতিয়ে অপৰাজিতাক দিলে নতুন প্ৰেৰণা, নতুন উদ্দীপনা নতুন আত্মবিশ্বাস। নিজক অতিক্ৰম কৰাৰ সাধনাই অপৰাক উন্মনা কৰি তুলিলে, মঞ্চৰ মাজত নিজক সুপ্ৰতিষ্ঠিত কৰি উঠি অপৰাই নিজৰ প্ৰতিষ্ঠা বিস্তাৰ কৰিলে কলামোদী দৰ্শকৰ অন্তৰত। অভিনয়-শিল্পী হিচাপে, গায়িকা হিচাপে, নৃত্যশিল্পী হিচাপে অপৰা গুৱাহাটীৰ সংস্কৃতি জগতত অপৰিহাৰ্য হৈ পৰিল।

অপৰাই তাৰ মাজতে মেট্ৰিক পাছ কৰিলে।

তাৰ পিছত বিধবা স্বৰ্ণলতা বৰুৱাৰ একমাত্ৰ ছোৱালী অপৰাজিতা বৰুৱাই কলেজত নাম লগালে ; সেইটো কলেজতে— যিটো কলেজৰ মিউজিক ছেক্ৰেটাৰী স্বয়ং মৃগাঙ্ক।

তেতিয়ালৈকে মৃগাঙ্কই ভ্ৰমৰ-বৃত্তি আৰম্ভ কৰা নাছিল। অপৰাতকৈ আগতে তেওঁৰ সাংস্কৃতিক জগতত প্ৰৱেশ কৰা ৰচনা নামৰ ছোৱালীজনীৰ প্ৰতিয়ে তেতিয়া মৃগাঙ্কৰ সকলো আকৰ্ষণ কেন্দ্ৰীভূত আছিল। অপৰাক তেওঁ শিল্পী হিচাপেই চেনেহ শ্ৰদ্ধা কৰিছিল, এজনী পাৰদৰ্শী ছোৱালীৰ প্ৰতি জন্মা স্বাভাৱিক মোহৰ জন্ম হৈছিল, কিন্তু সেই মোহত অবাঞ্ছনীয় দুৰ্বলতাই তেতিয়াও ঠাই পোৱা নাছিল আৰু তেতিয়া মৃগাঙ্কয়ো সংস্কৃতি-ক্ষেত্ৰত কিবা এটা উল্লেখযোগ্য বৰঙণি আগবঢ়োৱাৰ আকাংক্ষাতে দেহেকেহে খাটিছিল। বয়স আৰু অভিজ্ঞতাই তেতিয়ালৈকে মৃগাংকৰ মনত সংস্কৃতি সাধনাক কামনা বিলাসৰ আহিলা স্বৰূপে ব্যৱহাৰ কৰিবলৈ শিকোৱা নাছিল।

অপৰাহঁতৰ ঘৰৰ দুৰৱস্থাৰ কথা বুজি পাবলৈ মৃগাঙ্কৰ সৰহ দিন লগা নাছিল—যেতিয়া মৃগাংকই দেখিলে যে অপৰাৰ সলাই পিন্ধিবৰ কাৰণেও দুসাজৰ বেছি ভাল কাপোৰ নাই। অনুগ্ৰহ প্ৰকাশ কৰি অপৰাহঁতক অপমান কৰিবৰ ইচ্ছা মৃগাংকৰ নাছিল, কিন্তু অপৰাহঁতক কিছু সাহায্য কৰাটোও কৰ্তব্য বুলি মৃগাঙ্কই অনুভৱ কৰিছিল আৰু সেইবাবে প্ৰতিটো অনুষ্ঠানৰ পাৰিতোষিক স্বৰূপে অনুষ্ঠানৰ ফালৰপৰা দিয়া বুলি নিজৰপৰাই যথেষ্ট টকা-পইচা অপৰাৰ মাকৰ হাতত দিছিল।

স্বৰ্ণলতা দেৱীয়ে সেইদৰেই তেওঁলোকৰ নিঃসঙ্গ, দুখীয়া পৰিয়ালটোৰ ভাগ্য পৰিৱৰ্তন হ'ব বুলি এক দুৰ্বল স্বপ্ন দেখিছিল।

ক্ৰমে অপৰাই বুজিব পাৰিছিল যে শিল্পী হিচাপে মৃগাংকই অপৰাক বিচাৰিলেও তেওঁৰ মৰমৰ পাত্ৰী ৰচনা নামৰ ছোৱালী-জনীহে। অপৰা ক্ষুণ্ণ হৈছিল আৰু মনতে ভাবিছিল যে তেওঁৰ চকু এটা বেয়া কাৰণেহে মৃগাঙ্কৰ মৰম লাভ কৰিবলৈ সক্ষম হোৱা নাই।

অপৰাই মৃগাঙ্কৰ হৃদয়ৰপৰা ৰচনাক অপসাৰিত কৰি তাত

নিজৰ ঠাই কৰি লোৱাৰ সংকল্প কৰিলে। তাৰ কাৰণে নৃত্য-গীত-অভিনয়ত চৰম পাৰদৰ্শিতা প্ৰকাশ কৰাত একাণপতীয়াকৈ লাগিল।

ক্ৰমে অপৰাৰ দিনে দিনে বাঢ়ি অহা সাফল্যই ৰচনাক নিষ্প্ৰভ আৰু ম্লান কৰি পেলালে। মৃগাঙ্কৰ মঞ্চৰ নায়িকা ক্ৰমে তেওঁৰ হৃদয়ৰ নায়িকা হৈ ৰহিল। এই জয়ৰ উপলক্ষিত আনন্দ-অধীৰ অপৰাজিতাই নিঃসংকোচে আৰু নিৰ্ভয়েৰে মৃগাঙ্কৰ বাহুৰ মাজত নিজক এৰি দি এক সোণালী ভৱিষ্যতৰ মধুস্বপ্নত আত্মহাৰা হ'ল। নাটক জীৱনলৈ আহিল, জীৱন কাব্যৰ ধাৰা হ'ল, মনৰ অকথিত ভাববোৰ আৰব্য উপন্যাসৰ হেজাৰ নিশাৰ সাধুকথা হ'ল।

মৃগাঙ্ক আৰু অপৰা, অপৰা আৰু মৃগাঙ্ক, দুপাৰ ভঙা নতুন যৌৱনৰ উন্মত্ত জোৱাৰ, অধীৰ উন্মাদনাৰ মাজত দুটা দেহ আৰু দুটা মনে পৃথিৱী, সমাজ আৰু পঢ়ি থকা কলেজটোৰ কথাও পাহৰি গ'ল।

ৰচনা নামৰ ছোৱালীজনী মৃগাঙ্কৰ পৃষ্ঠপোষকতাৰপৰা বঞ্চিত হৈ ক'ৰবাত হেৰাই গ'ল। আলোচনীত, বাতৰি কাকতত, সকলোৰে মুখে মুখে এটা নাম ধ্বনিত-প্ৰতিধ্বনিত হ'ল—অপৰা, অপৰা অপৰাজিতা বৰুৱা ; মৃগাঙ্ক আৰু অপৰা, অপৰা আৰু মৃগাঙ্ক।

শশাঙ্ক তেতিয়া কলিকতাত—নিজ ভাগ্য নিজে গঢ়াৰ সংকল্পত সদানন্দ যোশীৰ পৰিয়ালত আশ্ৰয় লৈ জীৱনৰ পথ ৰচনা কৰিবৰ চেষ্টা কৰিছে। বয়সত মৃগাঙ্ক শশাঙ্কতকৈ দুবছৰমানৰহে ডাঙৰ। শশাঙ্কৰ মাক আৰু মৃগাঙ্কৰ মাকক মন্মথ চৌধুৰীয়ে পাঁচ বছৰৰ ভিতৰতে বিয়া কৰাইছিল। হয়তো পঢ়া-শুনাত মৃগাঙ্ক শশাঙ্কতকৈ আগবঢ়া উচিত আছিল, কিন্তু শিবলঙত থকা সময়ছোৱাত মৃগাঙ্কই জিৰণি লৈ লৈ আগবাঢ়িছিল। গতিকে যি বছৰ শশাঙ্কই বি-এ পাছ কৰি কলিকতাত ল' পঢ়িবলৈ গৈছে, সেই বছৰ মৃগাঙ্কই বি-এ ফাইনেল দিয়াৰ যো-জা কৰিছে মাথোন।

কিন্তু পৰীক্ষাতকৈ ডাঙৰ কথা হৈছে কালচাৰ। গণ্ডা গণ্ডা

ল'ৰাই বি-এ, এম-এ পাছ কৰিব, কিন্তু কালচাৰ কৰা ল'ৰা কেইটা আছে? মৃগাঙ্কই নিজেই বন্ধু-বান্ধৱক কৈছিল, "দেউতাহঁতে যদি কয়, মই ভাই তিনিটা বি-এ পৰীক্ষা পাছ কৰি দিব পাৰো, কিন্তু এইবোৰ কৰিব কোনে?"

তথাপি বি-এ ফাইনেল পৰীক্ষাৰ ওচৰ চাপিল। অপৰাই আই-এৰ প্ৰথম বাৰ্ষিকৰপৰা প্ৰমোচন পৰীক্ষা দিলে।

বি-এৰ টেষ্টৰ কেইদিনমান আগতে হুলস্থুল, চুটকেচ লৈ এদিন মৃগাঙ্ক ভাটীমুৱা ৰেলত উঠিল। লগত অপৰাজিতা। ষ্টেছনত বিদায় দিবলৈ অহা বন্ধু-বান্ধৱক হাঁহি হাঁহি ক'লে, "পৰীক্ষা দিয়া আৰু নহ'ল। মোৰ আৰু পণ্ডিত হোৱাটো নহ'ব। বোম্বেলৈকে ওলালোঁ। মোৰ কাৰণে নহয়, অপৰাৰ কাৰণে। এজনী অসমীয়া আৰ্টিষ্টকো যদি বোম্বেৰ ফিল্মত সুমাই দিব পাৰোঁ, জীৱনত কিবা এটা কৰিলোঁ বুলি ভাবিব পাৰিম।"

অপৰাক সকলোৱে শুভ ইচ্ছা জনালে। নম্রনত মস্তকে অপৰাই শুভ ইচ্ছা গ্ৰহণ কৰি সকলোকে প্ৰণাম জনালে। দুটা উদীয়মান নক্ষত্ৰক বুকুত ভৰাই লৈ ৰেলে পশ্চিমলৈ সুদীৰ্ঘ যাত্ৰা আৰম্ভ কৰিলে।

মৃগাঙ্কৰ বাকচত এজাপ শটকীয়া ন'ট।

মৃগাঙ্ক আৰু অপৰাজিতা বোম্বাই ওলালগৈ সঁচা, কিন্তু চিনেমাৰ নায়ক-নায়িকা হ'বলৈ নহয়, ডাক্তৰৰ সহায়ত অপৰাক অবাঞ্ছিত মাতৃত্বৰ কলংকৰ পৰা ৰক্ষা কৰিবৰ কাৰণে। এমাহৰ মুৰত গুৱাহাটীৰ বন্ধু-বান্ধৱে মৃগাঙ্কৰ চিঠিৰপৰা জানিব পাৰিলে যে বোম্বাইৰ এজন বিখ্যাত প্ৰযোজকে অপৰাক এখন হিন্দী ছবিত হিৰ'ইনৰ পাৰ্ট দিয়াটো ঠিকেই হৈছিল, কিন্তু হঠাৎ অপৰা অসুস্থ হৈ পৰিছে। ডাক্তৰৰ মতে বোম্বাইয়ে অপৰাক শুজা নাই। গতিকে এমাহমানৰ কাৰণে অপৰাক লৈ মৃগাঙ্ক ৰাঞ্চীয়াৰ নাইবা নাইনিলৈ যাব আৰু তাতে এমাহমান থাকি অপৰা সুস্থ

হৈ উঠিলে পুনৰ বোম্বেলৈ যাব, নতুবা অসমলৈকে ঘূৰি আহিব।

অপৰাই বোম্বেত কি ছবিত কি ভাও লবৰ কাৰণে গৈছে সেই কথা স্বৰ্ণলতা, মৃগাঙ্ক আৰু অপৰাৰ বাহিৰে আনে নেজানিলে। হয়তো কোনো কোনোৱে কিছু সন্দেহ কৰিছিল, কিন্তু সন্দেহ বিশ্বাসলৈ পৰিণত হ'বলৈ নৌপাওঁতেই অপৰাহঁতে অসম এৰিলে, আৰু সম্পূৰ্ণ তিনি মাহৰ মূৰত অপৰাক লৈ মৃগাঙ্ক যেতিয়া গুৱাহাটীলৈ ঘূৰি আহিল, তেতিয়া নানাজনে নানা কথা ফুচ্ফুচাই পাতিলেও তেওঁলোকৰ সন্দেহ প্ৰতিপন্ন কৰাৰ সুবিধা নেপালে আৰু নিবিচাৰিলেও।

আৰু আহি পাই যেতিয়া মৃগাঙ্কৰ প্ৰচেষ্টাতে "প্ৰবঞ্চনা" নামৰ নাটকখনত অপৰাই সুন্দৰ অভিনয় কৰি দেখুৱালে তেতিয়া অপৰা সম্পৰ্কে অবাঞ্ছনীয় সন্দেহ প্ৰায় সকলোৰে অন্তৰৰপৰা অন্তৰ্হিত হৈ গ'ল। মৃগাঙ্কয়ো আশা দিলে বোম্বাইয়ে যেতিয়া অপৰাক নুশুজে, অপৰাক লৈ তেওঁ কলিকতাতে এখন চিনেমা কৰিব।

ইয়াৰ কিছুদিনৰ পিছত ষ্টুডিঅ' আদিৰ বন্দৱস্ত কৰোঁ বুলি গৈ মৃগাঙ্ক ছমাহেও কলিকতাৰ পৰা ঘূৰি নাহিল। শৰীৰ অসুখ বুলি অপৰাও ক্ৰমে নাচগান-থিয়েটাৰৰ পৰা আঁতৰি পৰিল। অৱশ্যে এইভাৱে গুৱাহাটীৰ শিল্প-সংস্কৃতিৰ জগতখনত বিৰতি নপৰিল। নতুন শিল্পী আহি অপৰাৰ ঠাই পূৰাই বহিল। নতুন নতুন শ্ৰোতা দৰ্শকে অলপ দিনৰ ভিতৰতে অপৰা নামৰ এজনী ধুনীয়া ছোৱালীৰ কথা পাহৰি গ'ল।

প্ৰায় এবছৰৰ মূৰত মৃগাঙ্ক ঘূৰি আহিল। কিন্তু গুৱাহাটীত দুদিনৰ বেছি নৰ'ল। বাট ললে শিবলঙলৈ। মন্মথ চৌধুৰী অভিজ্ঞ মানুহ—মৃগাঙ্ক কেনে মানুহ আৰু তেওঁৰ হাবভাব কাৰ্যকলাপে কি গঢ় লৈছে সম্পূৰ্ণকৈ নহ'লেও কিছু কিছু নুবুজি

নেথাকিল। মৃগাঙ্কৰ কাৰণে মন্মথ চৌধুৰীয়ে অন্য ব্যৱস্থা কৰাৰ কথা চিন্তিলে। এজন মাৰোৱাৰী ব্যৱসায়ীৰ লগত অংশীদাৰ কৰি কাৰবাৰত লগাই দিলে। কিন্তু ব্যৱসায় মাৰোৱাৰীৰ হাতত সমৰ্পণ কৰি মৃগাঙ্কই বিজনেছ কৰাৰ নামত কলিকতা, দিল্লী, বোম্বাই, মাদ্ৰাজত ঘূৰিলে আৰু নানা ঠাইত জীৱনৰ বিভিন্ন মধু আহৰণত আত্মনিয়োগ কৰিলে।

ইতিমধ্যে মন্মথ চৌধুৰীৰ মন্ত্ৰিত্ব গৈছিল। তেওঁ মন্ত্ৰী থাকোঁতেই মৃগাঙ্কক প্ৰচাৰ বিভাগৰ সাংস্কৃতিক উপদেষ্টা বা তেনে ধৰণৰ কিবা এটা চৰকাৰী কাম দিয়াৰ কথা চৌধুৰীয়ে চিন্তা কৰিছিল, কিন্তু মৃগাঙ্কই মন্ত্ৰীৰ ল'ৰা হৈ চৰকাৰী চাকৰি কৰিবলৈ অস্বীকাৰ কৰিলে আৰু কিছুদিন এনেয়ে ঘূৰি-পকি থকাৰ পিছত মৃগাঙ্কৰ কাৰণে এটা সুযোগ ওলাল। চৌধুৰীয়ে কিনা বাগিচাখনৰ বুঢ়া মেনেজাৰজনে অৱসৰ পালে। অন্য মানুহ নিৰ্বিচাৰি আৰু মৃগাঙ্কৰো আশা আৰু আগ্ৰহ দেখি মন্মথ চৌধুৰীয়ে মৃগাঙ্কক মেনেজাৰ পাতি বাগিচা চলোৱাৰ দায়িত্ব দিলে—সেয়া আজি প্ৰায় সাত বছৰৰ আগৰ কথা।

এইখিনি সময়ৰ ভিতৰত শশাঙ্কই কলিকতাত দুই-এবাৰ মৃগাঙ্কক লগ পাইছিল। কিন্তু শশাঙ্কই যিদৰে মৃগাঙ্ক সম্পৰ্কে বৰ বেছি ভু-ভা নেৰাখিছিল, মৃগাঙ্কয়ো শশাঙ্কৰ বিশেষ খবৰ লোৱা নাছিল। শশাঙ্ক থাকে যোশীৰ ঘৰত আৰু মৃগাঙ্ক গ'লে থাকে গ্ৰেট ইষ্টাৰ্ণ বা কেথে হোটেলত।

॥ আঠ ॥

কোনো খবৰ নিদিয়াকৈয়ে শশাঙ্ক আৰু অপৰা গৈ চৌধুৰীবাৰী বাগিচা ওলালগৈ। সেই সমগ্ৰ অঞ্চলটো চাহবাগান অঞ্চল। একে ঠাইতে আঠখন বাগিচা আছে। তাৰে মাজৰ এখন বাগিচা চৌধুৰীবাৰী। ডাঙৰ বাগিচা—পূৰ্বে উইলিয়ামচন মেক্‌গয়ৰ কোম্পানীৰ আছিল, বাৰশ পঞ্চাশ একৰৰ ডাঙৰ বাগিচা। পৰিপাটি বাগিচাখন বৰ্তমান অযত্নত কিছু অপৰিপাটি হৈছে।

গাড়ী গৈ পদূলি মূৰত ৰোৱা দেখি দাৰোৱানে গেট খুলি দিলে আৰু চালাম দি একাষৰীয়া হৈ ৰ'ল। শশাঙ্কহঁত বঙলালৈ সোমাই আহিল—কোম্পানীৰ ষ্টেণ্ডাৰ্ড টাইপৰ আহল-বহল কাঠৰ চাংবঙলা। খাকী ইউনিফৰ্ম পিন্ধা এটা আদহীয়া বনুৱাই চালাম দিলে আৰু অপৰাক দেখি চিনি পাই ক'লে "মেনেজাৰ হাকিমতো নাই বাবুৱানী—"

"নাই, ক'ত গ'ল ?"

"শ্বিলঙলৈ গৈছে। তাৰপৰা কলিকতালৈ যোৱাৰ কথা আছে।"

"কেতিয়া গ'ল ?"

"আজি তিনিদিন হ'ল। আপোনাক খবৰ দি গৈছে বুলি জানিছিলোঁ।"

সামান্য সপ্ৰতিভ হৈ অলপ হুটামূটাকৈ অপৰাই সুধিলে, কেতিয়া ঘূৰিব ?"

"এক সপ্তাহত ঘূৰাৰ কথা। কাম থাকিলে দেৰিও হ'ব পাৰে।"

"অকণমান বহকচোন দেই—" কৈ অপৰা ভিতৰলৈ গ'ল। চকীখনতে বহি শশাঙ্কই বাগানখনৰ কেউফালে এবাৰ চকু ফুৰালে।

বেছ নিৰিবিলি আৰু শান্ত পৰিবেশ। বতাহত কুমলীয়া চাহপাতৰ এটা তীব্ৰ গোন্ধ। বতাহজাক নিৰ্মল, গা শাঁত-লগোৱা।

অলপ পৰৰ পিছতে বেহেৰা এটাই এখন ট্ৰে'ত দুগিলাচ লেমন স্কোৱাচ আৰু কিছু কাজু, কিচ্‌মিচ্‌ আদি আনি টিপয়খনতে থলেহি আৰু লগে লগে অপৰাও আহি শশাংকৰ সমুখা-সমুখিকৈ বহিল।

অন্য কথা পাতিবলৈ নেপাই অপৰাই শশাংকক দেখুৱাই বেহেৰাটোক ক'লে "এখেত চৌধুৰী চাহেবৰ ভায়েক।"

কথাষাৰ শুনি বেহেৰাটোৱে সসম্ভ্ৰমে শশাংকক চালাম দিলে। শশাংকই সামান্যভাৱে মূৰটো দুপিয়ালে। শশাংকই বুজিলে এই বঙলাৰ সকলোৱেই অপৰাক ভালকৈ চিনি পায়। কথাটোৱে শশাংকৰ চকুৰ আগত আৰু কিছু কথা স্পষ্ট কৰি তুলিলে। এই বঙলাত কেৱল মৃগাংক চৌধুৰীৰে কৰ্তৃত্ব নচলে, অপৰাজিতাৰো কৰ্তৃত্ব চলে।

তেতিয়া আগবেলাৰ চাৰে দহমান বাজিছিল। এজনেও মুখ খুলি নক'লেও মৃগাংকৰ তাতে দুপৰীয়াৰ সাজ খাম বুলিয়ে দুয়ো আহিছিল। মৃগাংক নথকাত এই বিষয়ে কি কৰা হ'ব সেই বিষয়ে চিন্তা কৰিবলগীয়া হ'ল। শশাংকৰ বিশেষ চিন্তা নাই। বাট ১৬ মাইল। আধা ঘণ্টাও নেলাগে ঘূৰি যাবলৈ; আৰু অপৰাহঁতৰ ঘৰত নহ'লেও কোনোবা হোটেল এখনতে খাই লব পাৰিব।

হয়তো শশাংকৰ মনৰ ভাব বুজিয়ে অপৰাই বেহেৰাক ক'লে, "দুপৰীয়া ভাত আমি ইয়াতে খাম। চাহেবে এতিয়া বাগান চাবলৈ ওলাই যাব, এক ঘণ্টাত খানা হ'ব ?"

বেহেৰাই সানন্দে জনালে—হ'ব, সকলো যোগাৰ আছে।

চিগাৰেট এটা জ্বলাই শশাংকই বেহেৰাটোক সুধিলে, বৰ কেৰাণী, বৰ মহৰী কোনোবা আছেনে নাই। যদি আছে মাতি দিব লাগে।

শুনাৰ লগে লগে বঙলাৰপৰা ল'ৰা এটাক দৌৰাই পঠাই দিলে, আৰু কুৰি মিনিটৰ ভিতৰতে এজন আদহীয়া মানুহ খৰখেদাকৈ আহি, কুঁজা হৈ শশাংকক চালাম দি সসব্যস্তে থিয় দিলেহি। তেৱেঁই বাগিচাৰ বৰ কেৰাণী—ভগীৰথ শৰ্মা।

"বহক—" শশাংকই ক'লে।

ভাতৰ দিহা কৰাবৰ কাৰণে অপৰা উঠি ভিতৰলৈ গ'ল।

"তেওঁ বাগিচাত কিমান দিন কাম কৰিছে ?" শশাংকই সুধিলে।

"তেওঁ কোম্পানীৰ দিনৰ পৰাই আছে। পুৰণি মানুহ।"

"বাগানৰ অৱস্থা বৰ্তমান কেনেকুৱা ?" গহীনভাৱে শশাংকই সুধিলে।

"সিমান ভাল নহয়—" পোনপটীয়াভাৱেই শৰ্মাই ক'লে।

"কিয় ?"

ইয়াৰ উত্তৰ শৰ্মাই সহজে দিব নোৱাৰিলে।

চাহবাগানৰ বিষয়ে বিশেষ কথা নেজানে যদিও শশাংকই সুধিলে, "পাত কিয় কমিছে ? আৰু বাগানখন দেখোঁ ভালকৈ ৰখা নাই।"

শৰ্মাই উত্তৰ নিদিলে। মৃগাঙ্কৰ দায়িত্বহীনতাৰ বাবেই যে বাগিচাৰ অৱনতি হৈছে সেই কথা কোৱাটো শৰ্মাৰ নিজৰ স্বাৰ্থৰ ফালৰ পৰাই ক্ষতিকৰ হ'ব পাৰে আৰু বাগানৰ দুৰৱস্থা আৰু অৱনতিৰ ক্ষেত্ৰত যে অপৰাবো কিছু বৰঙণি আছে সেই কথা শৰ্মাই কেনেকৈ জনায় ?

"কুলীবোৰে ভালকৈ কাম নাই কৰা নেকি ?"

"সুধিবা পালে কুলীবোৰে আজিকালি ফাকি দিয়ে—" শৰ্মাই ক'লে।

"কেৰাণী-মহৰীয়ে ফাকি নিদিলে কুলীয়ে কেনেকৈ ফাকি দিব ?" শশাংকৰ কথাত শৰ্মা নীৰৱে ৰ'ল। কিবা কাৰণত আয়তকৈ ব্যয় বেছি হোৱাৰ কাৰণেই যে বাগিচাৰ উপাৰ্জন দিনে দিনে কমি গৈছে এই কথা বুজাই ক'ব খুজিও শৰ্মাই নক'লে। কাৰণ সেই কথা ক'লে

মৃগাঙ্কৰ আচৰণ-বিচৰণ, স্বভাৱ-চৰিত্ৰৰ কথা ক'বলগীয়াত পৰিব পাৰে। জীৱিকাৰ কাৰণে শৰ্মা মৃগাঙ্কৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰশীল।

"ককাইদেউ কেতিয়াকৈ ঘূৰি অহাৰ কথা ?"

"এসপ্তাহৰ কাৰণে গৈছে। দুই-এদিন পলমো হ'ব পাৰে।"

"বাগানখনৰ উন্নতিৰ কাৰণে কোনেও একোকে কৰা নাই, নহয় ?"

শৰ্মাই নেমাতিলে।

আংশিকভাৱে শৰ্মাও হয়তো এই সকলোবোৰৰ কাৰণে জগৰীয়া।

"ভাল বাৰু আপুনি যাওক—" শশাঙ্কই ক'লে।

শৰ্মা যাবলৈ ওলাইছিল।

"শুনক—ককাইদেউ যদি নেথাকে, বাগানখন চলিব নে নচলে।"

"ভাল এজন মেনেজাৰ হ'লে কেলেই নচলিব ?" শৰ্মাই উত্তৰ দিলে।

"ভাল, আপুনি যাওক।"

নমস্কাৰ কৰি শৰ্মা গ'লগৈ। শশাংকক শৰ্মাই ভালকৈ একো বুজিব নোৱাৰিলে, কিন্তু বুজিলে যে শশাঙ্ক মৃগাঙ্ক নহয়।

শৰ্মা যোৱাৰ পিছত অপৰা ভিতৰৰপৰা ওলাই আহিল আৰু ক'লে, "ভাত-পানী হয়মানে বাগিচাখন অলপ চাই আহিব নেকি ?"

অলপ সময় শশাংকই অপৰাৰ মুখৰ ফালে চাই থাকিল। যেন অপৰাক বুজিবৰ চেষ্টা কৰিলে। তাৰ পিছত ক'লে, "যাবা ? ব'লা তেন্তে। গাড়ীৰে যাবানে খোজকাঢ়ি যাবা ?"

"খোজ কাঢ়িয়ে যাওঁ বলক।"

দুয়ো বঙলাৰ পৰা নামি গ'ল।

নিৰ্জন দুপৰীয়াটো সেউজীয়া চাহগছবোৰৰ মাজে মাজে খোজ কঢ়াৰ শ্ৰম উপলব্ধি নকৰাকৈ দুয়ো খোজ কাঢ়ি আগ বাঢ়িল—সেইফালে, যিফালে কোনো ঘৰ-বাৰী নাই—আছে মাথোন বহুত

দুৰলৈকে থকা শাৰী শাৰী সেউজীয়া চাহগছবোৰ আৰু সৰু সৰু পাতৰ শাৰী শাৰীকৈ ৰোৱা শিৰিষ গছবোৰ।

কিছুপৰ দুয়ো কোনো কথা পতা নাছিল। তাৰ পিছত কিছু অভাৱনীয়ভাৱেই শশাঙ্কই সুধিলে, "ককাইদেউৰ লগত তোমাৰ চিনা-জনা হ'ল কেনেকৈ অপৰা? আগৰেপৰা তেওঁক তুমি চিনি পোৱা নেকি?"

অপৰা বিমোৰত পৰিল। শশাঙ্কই কিজানিবা সকলো কথা জানে, কিজানিবা একো কথা নেজানেই। কি ক'ব অপৰাই? শশাঙ্কৰ নিচিনা মানুহৰ আগত ফাঁকি দিবৰ চেষ্টা কৰি ধৰা নপৰাকৈ সাৰিব পাৰিব জানো? কিন্তু সময় নষ্ট নকৰি অপৰাই ক'লে, "আগেয়ে মই নাচ-গান থিয়েটাৰ কৰিছিলোঁ নহয়। আজি-কালিও চৰ্চা একেবাৰে এৰি দিয়া নাই। তেখেতে চাহবাগানৰ কাহিনী লৈ এখন চিনেমা কৰিম বুলি কৈছিল। চাহ বনুৱাৰ জীৱনৰ কাহিনী। ময়ো তাতে কিবা এটা পাৰ্ট কৰিব লাগিব হেনো।" অপৰাৰ মাতত কিছু জড়তা।

অৰ্থাৎ চিনেমা কৰাৰ সম্পৰ্কতে মৃগাঙ্কৰ লগত অপৰাৰ চিনাকি। হেমিদোৱে একো নেজানে! নিৰঞ্জন—নিৰঞ্জনেও একো নেজানে?

আজিকালিতো চিনেমা কৰিবলৈ লাখ লাখ টকা লাগে, মৃগাঙ্কই টকা পাব ক'ত? বাগান বন্ধক দিব?

হঠাৎ কঠিন মাতেৰে শশাঙ্কই সুধিলে, "সঁচাই তুমি বিশ্বাস কৰা যে মৃগাঙ্কই চিনেমা কৰিব?"

অপৰা দুৰ্বল হৈ পৰিল। হয়তো নিৰ্জন চাহবাগিচাৰ মাজত শশাঙ্কই অপৰাক অন্য কোনো মৰম-চেনেহৰ কথা ক'ব বুলিয়ে অপৰাই আশা কৰিছিল।

অপৰাই ক'লে, "মই এইফালে অন্য কামতো আহোঁ—"

"এইফালে অন্য কি কাম?"

"বাগানৰ বন্‌ৱা তিৰোতাৰ এটা সংস্থা আছে। তাতে মই অলপ চকু দিওঁ—'

আগতকৈও কঠিন মাতেৰে শশাঙ্কই ক'লে, "এইদৰে নিৰঞ্জনক ঠগাটো জানো তোমাৰ উচিত হৈছে অপৰা ?"

অপৰাও কঠিন হ'ল আৰু মাতত কঠোৰতা সানি ক'লে, "খাউণ্ডৰো জানো মোৰ প্ৰতি কোনো কৰ্তব্য নাই ?"

শশাঙ্ক কিছু দমি গ'ল। নিজৰ দুৰ্বলতা বা অপকৰ্মৰ সমৰ্থনত অপৰাই এই কথা কোৱা নাই তেন্তে !

কিছু সপ্ৰতিভভাৱে শশাঙ্কই ক'লে, "নিৰঞ্জনে যদি তোমাৰ প্ৰতি কৰ্তব্য কৰা নাই, তাৰ প্ৰতিবাদ জানো এইদৰেই কৰিব লাগে ?"

"আৰু কি কৰিম ?"

"আজিকালি ডাইভৰ্চ লিগেল হৈছে। বিধিসম্মতভাৱে বিবাহ-বিচ্ছেদটো কোনো অপৰাধ বা অসম্মানজনক কথা নহয়।"

এইবাৰ ক্ষুণ্ণ মাতেৰে অপৰাই ক'লে, "কিন্তু মই নেথাকিলে খাউণ্ড এদিনো থাকিব নোৱাৰিব।"

দুয়ো আহি এজোপা শিৰিষ গছৰ ছাঁ পাইছিলহি। শশাঙ্কই অপৰাৰ মুখলৈ চালে।

এক প্ৰশান্ত আৰু আত্মস্থ চাৱনিৰে দূৰণিৰ ফালে চাই আছে অপৰাই। মুখখন ৰঙা পৰিছে, চকুহাল সেমেকা যেন হৈছে। দুপৰীয়াৰ বতাহজাকে অপৰাৰ কপালৰ আগৰ চুলিখিনি উৰাই নিছে। তেওঁৰ কপাল মুখত যেন এটা জীৱন্ত স্মৃতিৰ বেদনা ব্যাপ্ত হৈ পৰিছে।

শশাঙ্ক বিব্ৰত হৈ পৰিল। এইয়া দুৰ্বোধ্য নাৰী, নাৰীৰ দুৰ্বোধ্য মন।

"নিৰঞ্জনক জানো তুমি ভাল পোৱা ? একেবাৰে অবান্তৰ প্ৰশ্ন, কিন্তু ইয়াৰ বাহিৰে অন্য কোনো কথা শশাঙ্কই সুধিবলৈ বিচাৰি নাপালে।

"তেখেতে মোক ভাল পায়—" এটা গাম্ভীর্য-মিহলি শান্ত মাতেৰে অপৰাই ক'লে।

শশাংকই স্বীকাৰ কৰিলে, "কথাবোৰ মই ভালকৈ বুজা নাই অপৰা—"

অপৰাই একো নেমাতিলে। কি যেন জটিল কথা এটাৰ বিষয়ে চিন্তা কৰি আছিল অপৰাই। শশাঙ্কয়ো লেঠাৰি নিছিগাকৈ চিগাৰেটৰ পিছত চিগাৰেট শেষ কৰি গৈছিল।

"অলপ বহিবা ?"

"ওহোঁ, আমি ঘুৰো বলক। ভাত-পানী হ'ব পায়।"

হঠাৎ শশাঙ্কই ক'লে, "নহয় অপৰা, অকণমান বহা। এটা কথা মোক কোৱা—"

"কওক—"

"তোমাৰ আৰু মোৰ এই চিনাকি মাত্র তিনি দিনৰ অথচ মোৰ মনত লাগিছে যেন কিমান দিনৰপৰা মই তোমাক চিনি পাওঁ। মোৰ কথাখিনি কোনোবা তাহানি কালৰ প্ৰেমিকৰ মুখৰ কথা যেন শুনাইছে চাগে। কিন্তু মই সঁচা কথাকে কৈছোঁ।"

"মোৰোতো আপোনাক প্রথম দেখাৰ মুহূর্ত্তে বহুত দিনৰ চিনাকি যেন লাগিছিল।"

"এই অলপদিনীয়া চিনাকিৰ ওপৰতে নিৰ্ভৰ কৰি যদি মই তোমাক কথা এটা সোধো বেয়া পাবানেকি ?"

"কওকচোন বাৰু—"

"নিৰঞ্জনৰ লগত বিয়া হৈ তুমি সুখী হোৱা নাই ?"

"অন্যৰ লগত বিয়া হোৱা হ'লেও হয়তো মই সুখী হ'ব নোৱাৰিলোহেঁতেন—"

শশাঙ্কই আৰু বিব্ৰত অনুভৱ কৰিলে।

অপৰাই ক'লে, "বলক ইয়াৰপৰা যাওঁ। মই মোৰ সকলো কথা আপোনাক ক'ম, যদিহে আপুনি শুনিবলৈ বিচাৰে।"

দুয়ো লাহে লাহে উভতি খোজ ললে। এই চমু এঘণ্টাৰ নিৰ্জন ভ্ৰমণে যেন দুয়োৰে মাজলৈ এটা বুজিব নোৱৰা আত্মীয়তা আনিলে, যেন দুয়ো দুয়োৰ ওচৰত আৰু বেছি মুকলি আৰু সহজ হোৱাৰ অৱকাশ পালে।

কিন্তু শশাংকই পাহৰি যোৱা নাছিল যে অপৰা তেওঁৰ একোৱেই নহয়। ল'ৰাকালৰ বন্ধু নিৰঞ্জনৰ বিবাহিতা পত্নী।

ভাত-পানী খাই উঠি অলপ জিৰাই দুয়ো ঘূৰিল। শশাংকই গাড়ী চলাইছিল আৰু তেওঁৰ গাৰ কাষতে বহি গৈছিল অপৰা। তেওঁলোকে মুখেৰে কিবাকিবি কথা কৈ গৈছিল, কিন্তু তেওঁলোকৰ মনৰ ভাবৰ লগত মুখৰ কথাৰ সমুলি মিল নাছিল। প্ৰকৃততে দুয়ো নিজ নিজ ভাব-জগতত সোমাই এক ৰহস্যময় সমস্যাৰ অৰ্থ বিচাৰিছিল আৰু মুখেৰে এনেয়ে কিবাকিবি কৈ গৈছিল।

মাজতে অপৰাই সুধিছিল যে মৃগাংকক কি কাৰণত শশাংকই লগ পাবলৈ বিচাৰিছিল আৰু তাৰ উত্তৰত শশাংকই কৈছিল যে বহুত দিন শশাংকই ককায়েকক ভালকৈ লগ পোৱা নাই। তেওঁৰ লগত বহুত কথাই পাতিবলগীয়া আছে। তাৰে কিছুমান বৰ জৰুৰী কথা। বাগিচাখনৰ ক্ৰমাৎ বৃদ্ধি পাই যোৱা ক্ষতিৰ কথা আগত ৰাখি ইয়াৰ পৰিচালনাৰ কি ব্যৱস্থা কৰা হ'ব সেই সম্পৰ্কেও আলোচনা কৰিব লগা আছিল।

"লগ তো নেপালে, এতিয়া পিছে কি কৰিব?" অপৰাই সুধিলে।

"লগ পাবই লাগিব, মই আকৌ আহিম।"

"কেতিয়া আহিব?"

"কিছুদিনৰ পিছত, এতিয়াই ক'ব নোৱাৰোঁ।"

"আপোনাক এটা অনুৰোধ কৰোঁ, ৰাখিব?"

"কোৱাচোন—"

"আমি দুয়ো অসুখী—থাউণ্ড আৰু মই। এই কথা আনে

নেজানে, নবৰুজে! আপোনাৰ বাহিৰে আজিলৈকে মই কাকো কোৱা নাই। আমাৰ ঘৰুৱা জীৱনৰ বিষয়ে তেখেতক একো কথা নুসুধিব দেই—"

"কেলেই নুসুধিম ?"

"সুধিলেও তেখেতে একো নকয়।"

গাড়ীখনৰ বেগ আপোনা-আপুনিয়ে ধীৰ হৈ গৈছিল। এবাৰ ষ্টিয়েৰিঙত হাত ৰাখিয়ে শশাংকই অপৰাৰ মুখলৈ চালে—অপৰাই আগলৈ চাই গৈছে।

"মোৰ কথা জানা ?"

অপৰাই মূৰ জোকাৰিলে—নেজানে।

"শুনিবা ?"

"কিয় নুশুনিম ? সিদিনা আপোনাৰ কথা আধাকোৱা-কৈয়ে এৰিলে নহয়।"

"কাইলৈ মই যামগৈ। যাবই লাগিব, কাম আছে। দুটামান কথা এড্‌ভোকেট হেমিদোৰৰ লগত পৰামৰ্শ কৰিবলগীয়া আছে। তাৰ পিছতে মই যামগৈ—"

"কালিলৈকে যাব ?"

"পৰাপক্ষত—"

অপৰাই অলপ কিবা ভাবি ক'লে, "কাইলৈ আপুনি নেলাগে যাব। পৰহিলৈ যাব, যদি নগ'লেই নহয়।"

"কাইলৈনো থাকি কি কৰিম ?"

"এই কেইদিন আপোনাৰ কামত থাকিলে। কাইলৈৰ দিনটো মোৰ কামত, মোৰ দৰকাৰত থাকক।"

শশাংকই একো উত্তৰ নিদিলে।

ঘৰ পাই শশাংকহঁতে দেখিলে নিৰঞ্জন নাই। বান্ধনি ল'ৰাটো পাছফালৰ বাৰাণ্ডাতে বহি আছে। ওচৰৰ বঙালী মানুহঘৰৰ ৰেডিঅ'ত কিবা বঙালী গান বাজিছে। অৱশ্যে নগৰৰ ব্যস্ততা

আৰু কোলাহলৰ মাজত অপৰাহ্‌ণৰ ঘৰটোও এনেয়ে কোলাহল-মুখৰ হৈ আছে।

ঘৰ সোমায়ে শশাংকই ক'লে, "মোৰ বৰ ভাগৰ লাগিছে, মই অলপ শুম।"

"এতিয়া আৰু শুব নেলাগে। অসময়ত শুলে গা বৰ বেয়া লাগিব। মই চাহ কৰোঁ, খাওক।"

'তেনেহ'লে কৰা। মই এনেয়ে বিছনাতে পৰি থাকোঁ", শশাংকই ক'লে।

সেইদিনা ৰাতি শশাংকই নিজৰ জীৱনৰ এটা অভিজ্ঞতাৰ কথা অপৰাক ক'লে। ড্ৰয়িংৰুমতে বহি, চিগাৰেট হুপি হুপি, আৰু কিছু পৰিশ্ৰান্তভাৱে শশাংকই কথাবোৰ কৈ গৈছিল, আৰু এটাও প্ৰশ্ন নকৰাকৈ, এষাৰো কথা নোসোধাকৈ অপৰাই নীৰৱে কথাবোৰ শুনি গৈছিল। কংগ্ৰেছ অফিচৰ পৰা পঠাই দিয়া শ্লিপ এডোখৰৰ পৰা অপৰাহ্‌ণে জানিছিল যে আজি নিৰঞ্জন ঘূৰি আহিব নোৱাৰিব। মিনিষ্টাৰৰ পাৰ্টিৰ লগত তেৱোঁ গৈছে আৰু পাৰ্টিৰ লগতহে ঘূৰি আহিব। গতিকে আজি কাৰো কাৰণে দুৱাৰ মেলি ৰখাৰ সমস্যা নাছিল। আগফালৰ দুৱাৰ বন্ধ কৰি ড্ৰয়িংৰুমত বহি শশাংকই কথাবোৰ কৈ গৈছিল। অপৰাৰ মনত লাগিছিল যেন অপৰাৰ সমুখতে বহি থাকিও শশাংক ইয়াত নাই। বেদনাগভীৰ এক স্মৃতিলোকত কিবা হেৰোৱা কাহিনীৰ আঁত বিচাৰি যেন শশাংক বহু দূৰণিলৈ আঁতৰি গৈছে।…

শশাংকই কৈ গৈছিল ঃ

ছায়া দিনে দিনে শশাংকৰ কাষ চাপি আহিছিল। কলিকতাৰ ছোৱালী, স্বাৱলম্বী ছোৱালী, পঢ়া-শুনাত ভাল, দেখাই-মেলায়ো অতিকৈ ৰূপহী। কিন্তু শশাংক যিদৰে কিছু খেয়ালী আৰু অহংকাৰী আছিল, ছায়া তাতোকৈ বেছি খামখেয়ালী আৰু আত্মসচেতন আছিল। ছোৱালীজনী কম বয়সীয়া যদিও নিৰ্ভীক আৰু খোলা।

মনৰ ভাবেই হওক বা মুখৰ কথাই হওক—খোলাখুলিভাৱে কৈ দিছিল আৰু ক'বলৈ ভয়-সংকোচো নকৰিছিল। অৱশ্যে কিছু প্ৰগল্‌ভা হ'লেও ছায়া দাম্ভিক নাছিল। আচাৰ-ব্যৱহাৰত নম্ৰই আছিল। কিন্তু ছায়াৰ তেজত আছিল এক উদণ্ড বন্যতা—হয়তো যোশী পৰিয়ালৰ মৰম চেনেহেও এই বন্যতাক প্ৰশ্ৰয় দিছিল। ছায়াৰ কায়িক সৌন্দৰ্যক এই মুক্তধাৰা বন্যতাই সজীৱতা আৰু প্ৰাণময়তা দান কৰিছিল।

শশাংকৰ ছায়াক ভাল লাগিছিল। এইজনী ছোৱালীক অন্তৰ ঢালি দি ভালপোৱাত কোনো লজ্জা বা অপমানৰ কথা নাই বুলিয়ে শশাংকই বিশ্বাস কৰিছিল আৰু সেইয়াই আছিল শশাংকৰ জীৱনত নাৰীৰ প্ৰথম সান্নিধ্য আৰু সাহচৰ্য। হয়তো অভিজ্ঞতাৰ নতুনত্বৰ কাৰণেই ইয়াক আছিল এক অবৰ্ণনীয় তীব্ৰতা আৰু উন্মাদনা।

ছায়াৰ প্ৰকৃত পৰিচয় নাছিল আৰু শশাংকৰ প্ৰকৃত পৰিচয় গোপন কৰি ৰাখিছিল। যোশী পৰিয়ালেই নহয়, অন্যান্যয়ো শশাংকক কলিকতাত ল' পঢ়া এজন অসমীয়া ছাত্ৰ বুলিয়ে চিনি পাইছিল।

শশাংকৰ আত্মসন্মানক চুই গৈছিল যদিও, ছায়াই লুকাই লুকাই আৰু কৌতিয়াবা দেখুৱায়ো কৰা সাহায্য তেওঁ গ্ৰহণ নকৰি নোৱাৰিছিল। মুখ খুলি নক'লেও তেওঁলোক দুয়োজনৰে দৃঢ় বিশ্বাস হৈছিল যে ভৱিষ্যতত তেওঁলোক ইজনৰ অবিহনে সিজন থাকিব নোৱাৰিব। তেওঁলোক অভিন্ন-হৃদয়!

তাৰ পিছত পৰিস্থিতি জটিল হৈ আহিছিল। সদানন্দ যোশীয়ে নহ'লেও মায়া যোশীয়ে আশা কৰিছিল যে ছায়াক বিয়া কৰাওঁতা কোনোবা উপযুক্ত পাত্ৰ ওলালে, তেওঁলোকৰ ধন-সম্পত্তিৰ এটা বুজন অংশ উইল কৰি দিব—কিন্তু ছায়া আৰু ছায়াৰ স্বামী তেওঁলোকৰ ঘৰতে থাকিব লাগিব। নহ'লে নিঃসন্তান যোশী পৰিয়ালৰ বুঢ়া বয়সত আলপৈচান ধৰোতা কোনো নেথাকিব, আৰু

তেওঁলোকৰ শেষ আশ্ৰয় হ'ব ক'ৰবাৰ নাৰ্চিং হ'ম। যোশী পৰিয়ালৰ জীৱিতাৱস্থাত ঘৰ-জোঁৱাই হৈ থাকিবলৈ মান্তি হোৱা ভাল প্ৰাৰ্থী পালে তেওঁলোকে নিজৰ সমগ্ৰ সা-সম্পত্তিও ছায়াক উইল কৰি দিবলৈ পাছ নোহোঁহকে।

অৱশেষত তেনে এজন প্ৰাৰ্থী ওলাল। ব্যোমকেশ দত্ত নামে এজন বঙালী ডেকা। দত্ত কমাৰ্চৰ গ্ৰেজুৱেট, এটা বেংকত কেৰাণী কাম কৰে। তেওঁ যোশী পৰিয়ালৰ ঘৰ-জোঁৱাই হোৱাত বা ছায়াক বিয়া কৰোৱাত পৰিয়ালৰ ফালৰপৰাও কাৰো আপত্তি নাই।

এদিন ছায়ায়েই হাঁহি হাঁহি কথাটো শশাংকক ক'লে। শুনি শশাংক স্তব্ধ আৰু হতবাক হৈ গ'ল। গোটেই কথাটো তেওঁৰ এটা দুবোধ্য সাঁথৰ যেন লাগিল। ভালেমান পৰৰ মূৰত শশাংকই সুধিলে, "তুমি নিজে কি ভাবিছা ছায়া ?"

হাঁহি হাঁহিয়ে ছায়াই ক'লে, "ভাবিবৰ আৰু কি আছে ? মোৰ নিচিনা এজনী ছোৱালীৰ বিয়া হোৱাটো বৰ সহজ কথানে কি ? আৰু বুঢ়া বয়সত মা-দেউতাহঁতৰ মই চিন্তাৰ কাৰণ হৈ পৰিছোঁ। মোৰ কাৰণে তেওঁলোকে বহুত কৰিছে। তেওঁলোকৰ আনন্দৰ কাৰণে মই যি পাৰোঁ কৰাটো কৰ্তব্য নহয় জানো ?"

"সেইবাবেই তুমি ব্যোমকেশ দত্তক বিয়া কৰাবা ?"

"নহ'লে কি কৰিম ? তুমিতো ভাবা যে তোমাৰ বিয়া কৰোৱাৰ কথা ভবাৰ বয়সেই হোৱা নাই।"

শশাংক বিমোৰত পৰিল।

"তোমাৰ আৰু মোৰ ভালপোৱাৰ কোনো মূল্য নাই ?"

"তেন্তে মা-দেউতাৰ ইচ্ছা পূৰ্ণ কৰা। তেওঁলোকৰ ওচৰত প্ৰস্তাৱ দিয়া আৰু তেওঁলোকৰ প্ৰস্তাৱো তুমি মানি লোৱা।"

কিছু চিন্তিতভাৱে শশাংকই ক'লে, "তোমাৰ কাৰণে মই সকলো কৰিবলৈ প্ৰস্তুত ছায়া, কিন্তু—"

"তেন্তে ?"

"ঘৰ-জোঁৱাই মই কোনোমতে হ'ব নোৱাৰিম।"

"কিয়? মা-দেউতা বুঢ়া হৈছে। তেওঁলোক আৰু কিমান দিন থাকিব? তাৰ পিছতো এই সকলো ধন-সম্পত্তিৰ অধিকাৰী আমিয়ে হম।"

"তথাপি মই নোৱাৰিম, ছায়া—"

"মোৰ কাৰণেও নোৱাৰিবা?"

"অন্য যি লাগে তাকে কৰিব পাৰিম, কিন্তু—"

"তুমি কিবা তাহানি কালৰ মানুহৰ নিচিনা চিন্তা কৰিছা। মোৰ জানো মা-দেউতাহঁতৰ প্ৰতি এটা কৰ্তব্য নাই? বাটৰপৰা বুটলি আনি তেওঁলোকে মোক জীৱন দিলে, মোক ইমানজনী কৰিলে, এতিয়া তেওঁলোকক এৰি থৈ মই ক'ৰবাত স্বামীৰ ঘৰ কৰিবলৈ যোৱাটো অকৃতজ্ঞতা আৰু অমানুষিকতাৰ পৰিচায়ক নহ'বনে?"

ছায়াৰ কথাত যুক্তি আছিল। কিন্তু সকলো কথাতে যুক্তিয়েই জানো শেষ কথা? মানুহৰ অনুভূতিৰ জানো কোনো মূল্যই নাই?

শশাংকই বহুত ভাবি চালে। কিন্তু কোনোমতেই এনে এটা প্ৰস্তাৱত সন্মতি জনাব নোৱাৰিলে। অৱশেষত এদিন কথাটো যোশী দম্পতিৰ লগত পোনপটীয়াকৈ আলোচনা কৰিবলৈ মনস্থ কৰিলে।

ইতিমধ্যে ছায়াৰ পঢ়া শেষ হৈছিল, আৰু ছায়াই কলিকতাত থকা এমেৰিকান কন্‌ছাল জেনেৰেলৰ অফিচত এটা কামত সোমাইছিল। দৰমহা-পাতি ভাল, কামৰো বৰ হেঁচা নাই, টিপ্‌টপ্ হৈ থাকিব লাগে আৰু পাংচুৱেলিটিয়েই হৈছে তাত আটাইতকৈ দৰকাৰী কথা। চেহেৰাই-পানীয়ে ছায়া কন্‌চুলেটত কাম কৰা অন্য এমেৰিকান ছোৱালীজনীৰ লগত মিলি পৰিছিল, বৰং কিচ্‌কিচ্ কৰে ক'লা চুলিখিনি আৰু গঢ়িত নাক-মুখেৰে ছায়া সিহঁতকৈ বেছিহে দেখনিয়াৰ আছিল।

ছায়াই নিজেও অনুভৱ কৰিছিল যে তেওঁৰ বিয়াৰ উপযুক্ত

বয়স হৈছে। কন্‌চুলেটত কামত সোমোৱাৰ পিছত ছায়াৰ পাণিপ্ৰাৰ্থী নহ'লেও স্নেহ-ভিখাৰীৰ সংখ্যা দিনে দিনে বাঢ়ি গৈছিল। এইবাৰেও যোশী পৰিয়ালে ছায়াৰ বিয়াখন সোনকালে পাতি পেলোৱাৰ কথা আলচিছিল।

তেতিয়া সদানন্দ আৰু মায়া যোশী ঘৰতে আছিল আৰু ছায়াও নিজৰ কোঠাত সোমাই চকুৰ আগত কিতাপ এখন মেলি লৈ কিবাকিবি ভাবি বহি আছিল।

শশাঙ্কই কথাটো উলিয়ালে। শুনি সদানন্দ বা মায়া কোনোৱেই আচৰিত নহ'ল।

সদানন্দই ক'লে, "তুমি ইমানদিন আমাৰ ঘৰতে আছা, তোমাক আমাৰ ঘৰৰে এজন বুলি আমি ধৰো। ছায়াৰো তোমালৈ মৰম আছে, তুমিও ছায়াক মৰম কৰা। আমি জানো, তোমাৰ যদি এনে এটা ইচ্ছা সঁচাকৈয়ে আছে, সি পূৰ্ণ হ'লে আমি বৰ সুখী হ'ম।"

"কিন্তু ছায়াক বিয়া কৰালে মই আপোনালোকৰ লগতে থাকিব লাগিব বুলি আপোনালোকে কৈছে হেনো?"

"সেইটো জানো আৰু ক'বলগীয়া কথা। ছায়াৰ বাহিৰেতো আমাৰ কেওকিছু নাই। আমি দুয়ো এতিয়া বুঢ়া হৈছোঁ। জী-জোঁৱাই আমাৰ লগতে থাকিব, সেইটো আশা কৰাটো জানো বেয়া কথা হৈছে?"

"একো বেয়া কথা নহয়। কিন্তু সেইটো যদি বিয়াৰ এটা চৰ্ত হয়?"

"সেইটোৱেই বিয়াৰ চৰ্ত। যেয়ে মানিব, উপযুক্ত যেন দেখিলে তালৈকে ছায়াক বিয়া দিম।"

"এনে চৰ্ত নোহোৱাকৈও ছায়াই যদি কাৰোবাক বিয়া কৰাব খোজে?"

হঠাৎ সদানন্দই ক'লে, "কাক? তোমাক?"

"হয়—"

"আমি বুজো সেই কথা। কিন্তু তোমাৰতো একো আৰ্জন নাই। ছায়াক এনেই বিয়া কৰালে তোমালোক কেনেকৈ চলিবা? ছায়াই ঘটা টকাকেটাৰেই তোমালোকৰ হ'ব জানো?"

"ময়ো টকা ঘটিম—" শশাঙ্কই ক'লে।

"টকা ঘটাটো ইমান সহজ নহয়, ক'বলৈ ভাল। তাতোকৈ তুমি ছায়াক বিয়া কৰাই আমাৰ লগতে থাকা, মোৰ সকলো সম্পত্তি তোমালোকৰ হ'ব। আৰু অসময়ে বা অন্য ক'ৰবালৈ ছায়াক লৈ গৈয়ে বা তুমি কি কৰিবাগৈ? তুমি অতদিন বহুত কষ্টেৰে চলিছা, বিয়াবাৰু কৰাই সুখত থাকা।"

"মই আপোনাৰ সম্পত্তি নিবিচাৰোঁ, কেৱল ছায়াকহে বিচাৰোঁ।" শশাঙ্কই ক'লে।

"এইবোৰ ডেকা মানুহৰ ভাৱপ্ৰৱণ কথা। টকা-পইচা নেথাকিলে প্ৰেম-প্ৰেমৰ কোনো মূল্য নাই। আৰু অতদিন আমাৰ ঘৰতে আছা যদিও তোমাৰ আঁতিগুৰি, বংশ-পৰিচয় মই একোকে নেজানো। মাথোন তোমাক জানো। এনেকুৱা এজন মানুহৰ লগত মই ছায়াক কেনেকৈ এৰি পঠাম? নিজৰ জী নহ'লেও ছায়া আমাৰ নিজৰ জীতকৈও বেছি মৰমৰ।"

শশাঙ্কই ক'লে, "মই আপোনাৰ সম্পত্তি বা ছায়াৰ আৰ্জনৰ ওপৰত নিৰ্ভৰ কৰি চলিবলৈ নিবিচাৰোঁ।"

"তেন্তে কেনেকৈ চলিবা? তোমাৰতো এতিয়াও একো আৰ্জন নাই আৰু তোমাৰ যদি ক'ৰবাত পা-পৰিয়াল আছে, তাৰেবা অৱস্থা কি মই কেনেকৈ জানিম?"

হঠাৎ শশাঙ্কৰ সদানন্দৰ ওপৰত খং উঠি গ'ল। মানুহজনে মোৰ শিক্ষা-দীক্ষা, কৰ্মশক্তিক অকণো বিশ্বাস নকৰে। কেৱল টকা আৰু টকা! কোনোদিনে ক'বলৈ নিবিচৰা এষাৰ কথা শশাঙ্কৰ মুখৰপৰা হঠাৎ ওলাই গ'ল—"আপোনালোকে নেজানিব পাৰে,

কিন্তু মই অসমৰ এটা সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান আৰু—আৰু মোৰ দেউতা অসমৰ এজন মন্ত্ৰী—”

চকু দুটা ডাঙৰকৈ মেলি এক পৰম অবিশ্বাসৰ চাৱনিৰে শশাঙ্কলৈ চাই সদানন্দই এটা কুটিল হাঁহি মাৰি ক'লে, “কলিকতাত মই বহুত অসমীয়া ডেকা ল'ৰা লগ পাইছোঁ, আটাইবোৰেই লাখপতি চাহবাগানৰ মালিকৰ ল'ৰা। কিন্তু ডেৰশ টকাত পেয়িং গেষ্ট থকা মিনিষ্টাৰৰ ল'ৰা তোমাকেহে পাইছোঁ।

“আপোনালোকে বিশ্বাস কৰক, মোৰ দেউতাৰ নাম শ্ৰীমন্মথ চৌধুৰী।”

“তুমি মিনিষ্টাৰ মন্মথ চৌধুৰীৰ ল'ৰা! বিশ্বাস কৰিবলৈকোতো অকণমান থল লাগে। শশাঙ্ক, তোমাক মই মৰমেই নহয়, শ্ৰদ্ধাও কৰোঁ! তোমাৰ স্বভাৱ-চৰিত্ৰ মই ভালদৰে জানো। চেণ্টিমেণ্টেল হৈ লাভ নাই আৰু মোক মিছা ফাকি দিও তোমাৰ একো লাভ নহয়। তুমি মন্মথ চৌধুৰীৰ ল'ৰাই হোৱা বা আনৰ ল'ৰাই হোৱা, ছায়াক বিয়া কৰাব খুজিলে মোৰ ঘৰত ঘৰ-জোঁৱাই হৈ থাকিবই লাগিব। ছায়াক মই ঘৰৰপৰা বিয়া দি উলিয়াই নিদিওঁ—”

শশাঙ্কৰ বৰ খং উঠিল আৰু নিজক মন্ত্ৰীৰ পুত্ৰ বুলি পৰিচয় দিয়াৰ দুৰ্বলতা অহাৰ কাৰণে লজ্জিত হ'ল। তেওঁ বুজিলে সদানন্দই তেওঁৰ কথা এতিয়াও বিশ্বাস কৰা নাই। নকৰাটোৱেই স্বাভাৱিক। সদানন্দ সংসাৰজ্ঞান থকা মানুহ।

নিজৰ কোঠাৰপৰা সকলো কথা ছায়াই ভালকৈ শুনি আছিল। বিশ্বাস-অবিশ্বাসৰ মাজত ছায়া হতভম্ব হৈ নীৰৱে বহি ৰ'ল। শশাঙ্ক যে এক সুকীয়া মনৰ ডেকা মানুহ সেই কথা ছায়াৰ আজি আৰু বুজিবলৈ বাকী নাই। অন্যান্য ডেকাই ছায়াৰ নিচিনা এজনী শুৱনী গাভৰুৰ লগত চিনাকি হোৱাৰ পিছতে নানা ছলেবলে কৌশলে গাৰ কাষ চাপিবলৈ চেষ্টা কৰে, অবাঞ্ছনীয় সুযোগ গ্ৰহণ কৰিবৰ চেষ্টা কৰে, কিন্তু শশাঙ্ক একেটা ঘৰতে একেলগে ইমান দিন

থকা সত্ত্বেও আৰু প্ৰায় প্ৰত্যেক দিনেই বহু সময়ৰ কাৰণে ছায়াক অকলশৰে লগ পালেও কোনোদিন শশাংকই এৰাৰ অবাঞ্ছনীয় কথাও কোৱা নাই। কোনোদিন শালীনতা ক্ষুণ্ণ হোৱা এখাৰ কথা কোৱা নাই বা কিবা এটা কৰা নাই। বহুত পাতিছে মৰম-চেনেহৰ কথা। লুক-ঢুক নোহোৱাকৈ ইজন সিজনৰ হৃদয়ৰ কাষ চাপি গৈছে, কিন্তু কোনোদিন দেহাৰ কাষ চপা নাই, চাপিবৰ চেষ্টা কৰা নাই। হয়তো শশাংকৰ মৰম-কোমল বাহুৰ মাজত ক্ষন্তেকলৈ বা যুগ-যুগান্তৰলৈ ধৰা দি আত্মহাৰা হ'বলৈ ছায়াই অকণো আপত্তি নকৰিলেহেঁতেন। হয়তো সেয়াই আছিল পূৰ্ণযৌৱনা ছায়াৰ অন্তৰৰ অব্যক্ত কামনা। কিন্তু কোনোদিন শশাংকই সেই ভাব, সেই দুৰ্বলতা প্ৰকাশ কৰা নাই। এইজন এজন ব্যক্তিত্বসম্পন্ন, মৰ্যাদা-সম্পন্ন, সংযমী ডেকা। একো অস্বাভাৱিক নহয় যে তেওঁ হয়তো এজন মন্ত্ৰীৰে পুত্ৰ—হয়তো বৰ অভিমানী, বৰ আদৰ্শবাদী—হয়তো বিদ্ৰোহী।...

কথাবোৰ ভাবি ভাবি ছায়াৰ শশাংকৰ প্ৰতি শ্ৰদ্ধাত অন্তৰ ভৰি উঠিল। এইজন মানুহৰ অনুভূতি সমুদ্ৰগভীৰ, বাহিৰত তাৰ চঞ্চলতাৰ চিন পৰ্যন্ত নাই। শশাংকক ছায়াৰ দুৰ্লভ আৰু দুৰ্বণীয়া যেন লাগিল। শশাংকই নিজৰ মৰ্যাদা লৈ জীয়াই থাকিবলৈ বিচাৰে। আনকি মোক লাভ কৰিবৰ কাৰণেও নিজৰ মৰ্যাদা বিসৰ্জন দিবলৈ প্ৰস্তুত নহয়। এনে এজন মানুহক জীৱনত লগ পোৱাটোৱেই সৌভাগ্যৰ কথা।

কেইদিনমানৰ পিছত।

ঘৰত সদানন্দ আৰু মায়া তেতিয়া নাছিল। ছায়া সেইদিনা অফিচলৈ নগ'ল আৰু ৰাতিপুৱাই শশাংককো ক'লে যেন আজি দিনটো শশাংক ঘৰতে থাকে, ক'লৈকো নেযায়। তেওঁলোকে বৰ জৰুৰী কথাৰ আলোচনা কৰিব।

শশাংকই বুজিছিল—নিশ্চয় জৰুৰী কথাৰে আলোচনা কৰিবলৈ

ছায়াই আজি তেওঁক ৰাখিছে। শশাংকয়ো মনতে ঠিক কৰিলে আজি ছায়াৰ লগত এটা শেষ মীমাংসা কৰি পেলাব। সেইদিনা যোশী দম্পতিৰ লগত হোৱা কথা-বতৰাৰ পিছত পেয়িং-গেষ্ট হ'লেও কিবা এটা মীমাংসা নকৰাকৈ এই ঘৰত থকাটো আৰু শশাংকৰ কাৰণে বৰ সন্মানজনক কথা নহয় আৰু শশাংকৰ মনোভাৱ জনাৰ পিছত ছায়া থকা ঘৰতে শশাংকও থকা কথাটোক এতিয়া সদানন্দহঁতে আগৰ দৰে নেচাবও পাৰে।

দুৱাৰ বন্ধ কোঠাটোৰ ভিতৰত ছায়া আৰু শশাংক। দুয়োৰে মুখত একেটা চিন্তাৰে গধুৰ ৰেখা।

"কোৱা ছায়া—" শশাংকই ক'লে।

"সিদিনা মই লঘুভাৱে কথা কৈ তোমাৰ মনত কষ্ট দিলো কিজানি। মোক ক্ষমা কৰিবা—" ছায়াই ক'লে।

"লঘুভাৱে কোৱাৰ কাৰণে নহয়, তোমাৰ কথাখিনিৰ কাৰণে মনত আঘাত নোপোৱা নহয়, ছায়া। কিন্তু তুমি নোকোৱা হ'লে মই কথাটো বেলেগ ৰকমে ভাবি নেচালোৱেইহেঁতেন কিজানি।"

"তোমালোকৰ কথাবোৰ সেইদিনা মই সকলো শুনিছো। অতদিনে তুমি মোক কোৱা নাছিলা কিয় ?"

"কি কথা ?"

"তুমি যে ইয়াত এনেকৈ কাৰোবাৰ ওপৰত অভিমান কৰিহে সোমাই আছাহি ?"

"অভিমানতো নহয় ?"

"তেন্তে ?"

"মই এনেকৈয়ে থাকিবলৈ বিচাৰো।"

"মিছা কথা। তুমি বহুত কষ্টত আছা। কোনোবা হোটেলত থকা হ'লে তুমি থকা-খোৱাত ইয়াতকৈ বহুত বেছি সুবিধা পালাহেঁতেন।"

"কিন্তু তেতিয়া তোমাক লগ নেপালোহেঁতেন।"

ছায়াৰ গাল-মুখ ৰঙা পৰিল। লাহে লাহে ছায়াই ক'লে, "প্ৰায়ে পাহৰি থাকোঁ, কিন্তু যেতিয়া মনত পৰে মই অধৈৰ্য হৈ উঠোঁ, অতিষ্ঠ হৈ উঠোঁ—"

"কি কথা ?"

"মোৰ সমান দুৰ্ভগীয়া ছোৱালী পৃথিৱীত আৰু ক'ৰবাত আছেনে বাৰু ? মোৰ আই-বোপাই কোন আছিল নেজানো, মৰিলনে ক'ৰবাত বাচি আছে তাকো ক'ব নোৱাৰো। নেজানো মোৰ জাতি কি, ধৰ্ম কি, ভাষা কি, ক'ত আছিল মোৰ ঘৰবাৰী—একোকে নেজানো। আৰু আজি ঈশ্বৰৰ বাহিৰে আন কোনেও এইবোৰ প্ৰশ্নৰ উত্তৰ নেজানে। এই পৰিচয়হীনতাৰ কি দুখ, কি গ্লানি তুমি বুজিব নোৱাৰিবা।"

"মই বুজোঁ ছায়া আৰু সেই কাৰণেই তোমালৈ মোৰ ইমান মৰম লাগে।"

"মৰম নে পুতৌ ?

"পুতৌ ? নিশ্চয় নহয়। তুমি দুৰ্ভগীয়া হ'ব পাৰা, কিন্তু পুতৌৰ পাত্ৰী নিশ্চয় নোহোৱা। পৰিচয়হীনতাই তোমাৰ পৰিচয়। এই কাৰণেই তোমাক মোৰ ইমান আপোন লাগে।"

"তোমাৰ দেউতাৰ এজন মন্ত্ৰী ?"

"কিন্তু মই মন্ত্ৰী নহয়, মই শশাংক চৌধুৰী—"

"তথাপি তোমাৰ বংশ-মৰ্যাদা আছে, ছচিয়েল ষ্টেটাচ্ আছে।"

"নিশ্চয় আছে। কিন্তু তুমি দেখিছা বংশ-মৰ্যাদা অথবা পিতৃ-পৰিচয়ক মূলধন কৰি মই নিজক প্ৰতিষ্ঠা কৰিবলৈ নিবিচাৰোঁ। মই কেৱল শশাংক চৌধুৰী হ'বলৈ বিচাৰো—"

তললৈ মুৰ কৰি নিজকে কোৱাৰ দৰে ছায়াই ক'লে, "সেয়ে যদি সঁচা হ'লহেঁতেন—"

মাতত দৃঢ়তা আনি শশাংকই ক'লে, "সেয়ে সঁচা ছায়া, সেয়ে

সত্য। তাত অকণো অসত্য নাই। তুমি যেনেকৈ ছায়া, মই তেনেকৈ শশাঙ্ক।"

ছায়াই লাহে লাহে ক'লে, "মোক বেয়া নেপাবা, কিন্তু মই ছোৱালী মানুহ। ভাগ্যই শত্রুতা কৰিলে—সেই কাৰণেই জীৱনৰ নিষ্ঠুৰতাক মই চিনি পাইছোঁ। একান্ত নিৰ্ভৰতাৰে মই তোমাৰ কাষত মোৰ সমগ্ৰ হৃদয় সমৰ্পণ কৰি দিব পাৰোঁ কিন্তু তোমাৰ জীৱনত মোৰ ঠাই কেনেকৈ হ'ব পাৰে ?"

"কিয় ছায়া, কিয় হ'ব নোৱাৰে ?"

"নোৱাৰে। মোৰ দুৰ্ভাগ্যই তোমাৰো দুৰ্ভাগ্য মাতি আনিব। তোমালোকৰ নিচিনা এটা আঢ্যৱন্ত, সম্ভ্ৰান্ত পৰিয়ালে মোক কুলবধূ কৰি গ্ৰহণ কৰি লব কেনেকৈ আৰু তুমিও সদায় পৰিয়াল এৰি থাকিবা কেনেকৈ আৰু থাকিবাইবা কিয় ?"

"এইবোৰ তুমি কি কথা কৈছা ছায়া ? তোমাৰ কাৰণে মই মোৰ পৰিয়ালক এৰি দিবলৈ অকণো কুণ্ঠাবোধ নকৰোঁ আৰু আজি-কালিৰ সমাজত পৰিয়ালৰ বান্ধোন প্ৰায় নোহোৱা হৈ আহিছে। মোৰ ডাঙৰ ককাইদেউ বিয়া কৰাই বিলাততে থাকি গ'ল—"

এইবাৰ আৰু চিন্তান্বিতভাৱে ছায়াই ক'লে, "হয়তো মোৰ কাৰণে তুমি পৰিয়াল, ঘৰবাৰী সকলো এৰিব পাৰিবা, কিন্তু তোমাৰ আত্মসন্মান এৰিবা কেনেকৈ ?"

"আত্মসন্মান ? আত্মসন্মান কিয় এৰিম ?"

"নহ'লে মোক পাবা কেনেকৈ ? মোক যিয়ে বিয়া কৰাব, সিয়ে দেউতাহঁতৰ ঘৰ-জোঁৱাই হ'ব লাগিব। তোমাক জানো দেউতাহঁতে সেই কথা কোৱা নাই ?"

"কিন্তু ছায়া—"

"ইয়াত আৰু কোনো কিন্তু নাই। আৰু মই জানো মোৰ কাৰণে তুমি সন্মান বিসৰ্জন দিব নোৱাৰা আৰু দিব খুজিলেও মই নিদিওঁ—মই বাধা দিম—"

শশাঙ্কই বৰ বিব্ৰত বোধ কৰিলে। শশাঙ্কই নিজক জানে আৰু ছায়াকো বুজে। ছায়াৰ আত্মবিশ্বাস, আত্মমৰ্যাদাবোধেই অতদিন ছায়াক ছায়া কৰি ৰাখিছে।

দুৰ্বলভাৱে শশাঙ্কই সুধিলে, "মই বুজা নাই ছায়া তুমি কিয় বাধা দিবা—"

"সেই কথাও মই বুজাই ক'ব লাগিব? তুমি জানা তোমাক মই ভাল পাওঁ। এই কথা মই লুকুৱাবলৈ নিবিচাৰোঁ। এই ভালপোৱাই মোক সাহস দিছে, মনোবল দিছে। আনৰ প্ৰলোভনক মই বাধা দিব পাৰিছোঁ। এই কথা জনা কাৰণেই অইনে মোক মৰম যাচিবলৈ মোৰ মৰম বিচাৰিবলৈ সাহস নকৰে।"

"জানো ছায়া—"

"সেই কাৰণেই মোৰ ভালপোৱাৰ মৰ্যাদা ৰক্ষা কৰিবৰ কাৰণেই মই তোমাক অপমানিত হ'বলৈ দিব নোৱাৰোঁ। তুমি ক'ৰবাত অপমানিত হোৱা মানে আমাৰ প্ৰেম অপমানিত হোৱা, আৰু সেয়ে মোৰো অপমানৰ কথা।"

"মই তেন্তে কি কৰিম ছায়া?"

"তুমি ঘৰলৈ ঘূৰি যোৱা। যদি মন যায় ওকালতি আৰম্ভ কৰা, নহ'লে কোনো ব্যৱসায় বা চাকৰি কৰাগৈ, অন্য এজনী ভাল ছোৱালী বিয়া কৰোৱাগৈ আৰু—"

"ইমানবোৰ কথা ইমান সহজভাৱে তুমি কেনেকৈ ক'ব পাৰিছা, মই বুজিব পৰা নাই—"

"অদৃষ্টই মোক বৰ কঠিন কৰিছে চৌধুৰী। মোৰ বুকুখনত যদি এবাৰ হাত দি চোৱা, দেখিবা মোৰ হৃদয়খন পাষাণ হৈ গৈছে —শিল হৈ গৈছে—"

"কিন্তু তুমি কি কৰিবা ছায়া?"

ইয়াৰ উত্তৰ ছায়াই নিদিলে। গালৰ ওপৰেদি বাগৰি অহা

চকুলো দুধাৰক বাধা নিদি এটা নিষ্প্ৰাণ পাষাণ মূৰ্তিৰ দৰে বহাতে বহি থাকিল।

শশাংকৰ ডিঙি শুকাই কাঠ হৈ গৈছিল। শশাঙ্ক বহাৰ পৰা উঠিল আৰু দুখোজ আগুৱাই গৈ বহি থকা ছায়াৰ ওঁঠ দুটা দুয়ো হাতে সাৱটি ধৰি কোলাত মূৰটো সুমাই দিলে আৰু থোকাথুকি মাতেৰে ক'বৰ চেষ্টা কৰিলে, "তুমিয়ে মন্নে ভাগ্যৰ লগত যুঁজিম ছায়া—আমি যুঁজিম—ছায়া, মোৰ ছায়া—"

ছায়া নিশ্চল হৈ বহি থাকিল। অবিৰলধাৰে ছায়াৰ চকুৰপৰা তপত লোতক বাগৰি আহিল।

কিছু সময়ৰ পিছত ছায়াই দুয়োহাতে শশাংকৰ মূৰটো দাঙি ধৰিলে আৰু তেওঁৰ বাষ্পাকুল চকু দুটালৈ চালে। তাৰ পিছত তেওঁৰ কপালতে চুমা এটা খাই ক'লে, "ইয়াৰপৰা তুমি গুচি যোৱাগৈ। তুমি আৰু ইয়াত নেথাকিবা। মই—মই বাট চাম—তোমাৰ কাৰণে যিমান দিন লাগে সিমান দিন মই বাট চাম। তুমি আৰু মই ভাগ্যক জয় কৰিম, নিজক জয় কৰিম—"

শশাংকই একো ক'ব নোৱাৰিলে। এটা অসহায় সৰু ল'ৰাৰ দৰে ছায়াৰ কোলাত মূৰ সুমাই পৰি ৰ'ল। ছায়াই তেওঁৰ জোঙা আঙুলিকেটাৰে তেওঁৰ চুলিত হাত বুলাই থাকিল···

শশাংকৰ কাহিনীটোৱে অপৰাক কিছু অভিভূত কৰি তুলিছিল। তেওঁৰ শশাংকৰ চকুলৈ চাবলৈকো ভয় লাগিছিল। পৃথিবীত মানুহবোৰে কোনে যে কি বুকুৰ মাজত লৈ বাহিৰত হাঁহি-মাতি ঘূৰি-ফুৰে।

অপৰাই সুধিছিল, "কিমান বছৰ হ'ল এই ঘটনাৰ ?"

"কিমান বছৰ ? পাঁচ বছৰ হৈ গ'ল, কিন্তু মোৰ কালিৰ ঘটনা যেন লাগি আছে।"

"ছায়া এতিয়া ক'ত আছে ?

"আমেৰিকাত। কন্চুলেটৰ সহায়তে কিবা পাঢ়িবৰ কাৰণে ছায়া তালৈ গৈছিল।"

"বিয়া হোৱা নাই ?"

শশাঙ্কই মূৰ জোকাৰিলে।

"যোশী পৰিয়াল ক'ত আছে ?"

"কলিকতাতে। বুঢ়ী মৰিছে। বুঢ়াই চাকৰি এৰি দিছে। ভতিজাক এটা লগত থাকে—"

"লগ পাইছে ?"

"প্ৰায়ে পাওঁ। কলিকতালৈ গ'লে মই সদায় খবৰ কৰিবলৈ যাওঁ—"

"মত সলনি হোৱা নাই ?"

"ক'ব নোৱাৰোঁ।"

"আপোনালোকৰ বিয়াখন পিছে কেতিয়াকৈ হ'ব ?"

হঠাৎ শশাঙ্কৰ মুখখন ক'লা পৰি গ'ল। চকুহাল সেমেকি উঠিল। তেওঁৰ মুখলৈ চাই অপৰা বিস্মিত হ'ল।

লাহে লাহে নিজক সংযত কৰি শশাঙ্কই ক'লে, "ছায়াই আত্মহত্যা কৰিলে।"

"কি ?"

"ওঁ। আমেৰিকাৰ পৰা ছায়াই মোলৈ নিয়মিতভাৱে চিঠি লিখি আছিল। ময়ো দি আছিলো। তাৰ পিছত এদিন এখন কেবল পালো—আজি তিনি বছৰ হ'ল—মোক জনালে যে কোনো অজ্ঞাত কাৰণত ছায়াই আত্মহত্যা কৰিলে।"

বিষণ্ণতাৰে কোঠাটো ভৰি পৰিল। কোনোদিন নেদেখা আৰু চিনি নোপোৱা এজনী অনাত্মীয়া ছোৱালীৰ প্ৰতি এটা গভীৰ, নিঃস্বাৰ্থ অনুকম্পাত অপৰাৰ মনটো গধুৰ হৈ পৰিল। আৰু কিবা প্ৰশ্ন সোধাটো বৰ নিষ্ঠুৰ আৰু অশ্লীল হ'ব যেন লাগিল।

কিন্তু শশাঙ্কয়ে নিজক সংযত কৰি লাহে লাহে কৈ গ'ল,

"ছায়া আমেৰিকালৈ যোৱাৰ অলপ দিনৰ পিছতে মই কলিকতা এৰি অসম পাইছিলোহি। ব্যৱসায় আৰম্ভ কৰিলো। এতিয়া মোৰ লাখ টকাৰ ওপৰ কাৰবাৰ নিয়াৰিকৈ চলি আছে। কিন্তু মোৰ জীৱনটোক ছায়াৰ অবৰ্তমানে তেনেই অৰ্থহীন কৰি দিলে।

"সেই কথা মই বুজিব পাৰিছো। কিন্তু ছায়াই কিয় আত্ম-হত্যা কৰিলে একো কাৰণ বিচাৰি পোৱা নাইনে?"

শশাঙ্ক এইবাৰ ভালেমান পৰ মনে মনে থাকিল। তাৰ পিছত চিন্তিতভাৱে ক'লে, "হয়তো এটা অৱচেছনৰ কাৰণে ছায়াই আত্মহত্যা কৰিলে। নিজৰ প্ৰকৃত পৰিচয় জানিবৰ কোনো উপায় নথকাৰ কাৰণেও মাজে মাজে ছায়া উত্তেজিত হৈ পৰিছিল। আৰু কেতিয়াবা তাকে চিন্তা কৰি বৰ বিমৰ্ষ আৰু মন-মৰা হৈ পৰিছিল। এজনী ভাবপ্ৰৱণ ধুনীয়া গাভৰু ছোৱালীয়ে যেতিয়া কোনো এক দূৰ দেশত, অচিন অজান হেজাৰ বিজাৰ মানুহৰ মাজত নিজকে একেবাৰে অকলশৰীয়া আৰু অসহায় অনুভৱ কৰে, আৰু সেই নিঃসঙ্গতাৰ চেতনাই যেতিয়া তেওঁক অধীৰ, উন্মনা কৰি তোলে, তেতিয়া আত্মসম্বৰণ কৰিবলৈ কোনো উপায় নেথাকে। থিয়েটাৰ, চিনেমা, খেল-ধেমালি, আমোদ-প্ৰমোদে তেতিয়া শান্তি দিব নোৱৰা হয় আৰু অকলশৰীয়া মানুহৰ নিঃসঙ্গতাৰ উপলব্ধি কেতিয়াবা বৰ ভয়াবহ আৰু মাৰাত্মক হ'ব পাৰে।

"অৱশ্যে এইবোৰ সকলো মোৰ ধাৰণাহে। ছায়াৰ আত্মহত্যাৰ অন্য কোনো কাৰণো থাকিব পাৰে, যিটোৰ বিষয়ে আজিও মই একো ভু পোৱা নাই।"

"ছায়াৰ চিঠি-পত্ৰত ইয়াৰ কোনো ইঙ্গিত নাছিল?"

"নাছিল—আছিল মাথোন আশা আৰু আনন্দৰ কথা। প্ৰত্যেকখন চিঠিতে ছায়াই লিখিছিল—চৌধুৰী, আমি এদিন নিশ্চয় নিজকে জয় কৰিব পাৰিম, সিমান দিনলৈ তুমি বাট চাব পাৰিবা নহয়? মই বাট চাম। পৃথিবীৰ য'তেই থাকো, মই তোমাৰ

কাষলৈকে ঘূৰি যাম, তোমাক মই বিচাৰি উলিয়াম। কিন্তু ছায়া আৰু ঘূৰি নাহিল।"

এটা গভীৰ, নীৰৱ হুমুনিয়াহ শশাংকৰ বুকু ভেদি ওলাই আহিল। এটা সঁচা সমবেদনাত অপৰাৰ মনটোও ভাৰাক্ৰান্ত আৰু বিষণ্ণ হৈ পৰিল। এয়া যেন জীৱনৰ ওপৰত নিয়তিৰ অকাৰণ প্ৰতিশোধ। অনুভূতি জগতৰ লগত যিয়েই মিতালি পাতিলে সিয়েই প্ৰতিদান পালে এক মৰ্ম্মন্তুদ, অন্তৰ্দাহী বেদনা।

অপৰাৰ মন গ'ল যেন এই মুহূৰ্ত্তত এইজন শশাঙ্কৰ আগত অকণো লুকঢাক নকৰাকৈ তেওঁৰ জীৱনৰ, তেওঁৰ ব্যৰ্থতাদীৰ্ণ, দুখভৰা জীৱনৰ সকলো কথা কৈ দিব। কি লাভ নিজকে ফাকি দি আৰু আনকো প্ৰৱঞ্চনা কৰি?

কিন্তু অপৰাই নিজকে সংযত কৰিলে। তাৰ কাৰণে অন্য সময় বাছি লব লাগিব। এতিয়া সেই কথা কোৱাৰ সময় নহয়। হয়তো সেই কথা শশাঙ্কৰ অসহ্য হ'ব আৰু ছায়াৰ নিচিনাকৈ তেৱোঁ কিবা অঘটন ঘটাই বহিব।

পিছদিনা পুৱা ন-মান বজাত দুটা ল'ৰা আৰু চাৰিজনী ছোৱালী আহি অপৰাক লগ ধৰিলেহি। শশাঙ্ক তেতিয়া শুই উঠিছিল মাত্ৰ, তেতিয়াও চাহ খোৱাই নাছিল। নিৰঞ্জন যোৱা ৰাতি নোলালহি। আজিও আহেনে নাহে, আহিলেও কিমান সময়ত আহিব অপৰাহঁতে নেজানে। আজি শশাংকৰ যোৱাৰ কথা।

ল'ৰা-ছোৱালীহঁত কিয় আহিছে অপৰাই সুধিলে। তেওঁলোকে জনালে যে 'কচ্মচ্' নাম দি তেওঁলোকে এটা নৃত্য-গীতৰ অনুষ্ঠান পাতিবলৈ লৈছে, আজি তাৰে পুঁজি সংগ্ৰহৰ উদ্দেশ্যে সাহায্য ৰজনীৰ আয়োজন কৰিছে। তাত অপৰাক বিশিষ্টা অতিথিৰূপে বিচাৰিছে। অপৰাক শিল্পী হিচাপে ৰাজহুৱা সম্বৰ্ধনাও জনোৱা হ'ব আৰু অপৰাই দুটামান গীতো গাব লাগিব।

অপৰাই ক'লে, "আজি যে মই কোনো ৰকমে যাব নোৱাৰিম। মোৰ ঘৰত আলহী আছে। ইপিনে তেখেতো ঘৰত নাই।"

"আলহীকো লৈ যাব—"

"তেন্তে তেখেতক নিমন্ত্ৰণ কৰা। যদি যাবলৈ মান্তি হয় ভালেই। তেতিয়া হ'লে মই যাব পাৰিম, নহ'লে কোনো উপায় নাই।"

শশাংকক যেতিয়া ক'লে, একে আষাৰে শশাঙ্কই ক'লে, "আপোনালোকে বেয়া নেপাব, মই নোৱাৰিম।"

"নহয় চাৰ, আপুনি যাওঁ বুলিলে বাইদেৱো যাব। আমি তেখেতৰ ওপৰতে নিৰ্ভৰ কৰিছো। তেখেতৰ নাম কৈ পুছিং চে'ল কৰিছো। তেখেত নগ'লে আমি বৰ অপদস্থ হ'ম।"

শশাংকই ক'লে, "তেখেততো নোযোৱাৰ কথা নাই। মইহে নেথাকিম, তেখেত যাব পাৰিব। নোৱাৰিবা অপৰা?"

অপৰা কিছু অপ্ৰস্তুত হ'ল। তথাপি পৰিস্থিতি আয়ত্তাধীন কৰি ক'লে, "আপোনাক ঘৰ-ৰখীয়া থৈ মই অনুষ্ঠানত গীত গাই ফুৰাটো কেনেকুৱা কথা হ'ব?"

শশাঙ্কই অপৰাৰ ইঙ্গিতটো বুজি পালে। তেওঁ ক'লে, "আচল কথাটো তেন্তে আপোনালোকক খুলি কওঁ। আজি গধূলিকৈ আমাৰ এটা এনগেজমেণ্ট আছে—তালৈ অপৰা মোৰ লগত যাবই লাগিব।"

তাৰ পিছত তেওঁ অপৰাক সুধিলে, "এওঁলোকৰ অনুষ্ঠানৰ কাৰণে কিছু সাহায্য দি দিলে নহ'ব জানো?"

এজনী ছোৱালীয়ে ক'লে, "নহয়, বাইদেউ আজি আমাৰ ফাংচনত যেনেতেনে থাকিবই লাগিব।"

"আপোনালোকে আগতে কৈ থব লাগিছিল—"

"কেইবাদিনো বিচাৰিও বাইদেউক লগ পোৱা নাই। কালিও বিচাৰিছিলো। অনুগ্ৰহ কৰি আপুনিও যাব লাগিব।"

আৰু কিছু কেৰ্‌জেৰ্‌ কৰি এটা অনিশ্চিত সম্মতি লৈ ল'ৰা-ছোৱালী কেটা গ'লগৈ।

অপৰাই হাঁহি ক'লে, "মোৰ গান আপুনি কেতিয়াবা শুনিছে?"

হাঁহি শশাঙ্কই ক'লে, "সেইবাবেই মোৰ লোভ লাগিছে। যাবলগা নোহোৱা হ'লে মই নিশ্চয় আজি থাকিলোহেঁতেন।"

"কিন্তু আজিতো আপুনি এনেয়ো যাব নোৱাৰে—"

"কিয়?"

"আপোনাৰ কাপোৰকানি সকলো ধোবাৰ ওচৰত। পিছবেলাহে দিব কিজানি।"

শশাঙ্ক মনে মনে থাকিল। বিপদ হ'ল সঁচাকৈয়ে। এডভোকেট হেমিদোৰৰ ওচৰলৈ যাবলগা আছে। ভাল কাপোৰ আছে মাত্র এযোৰ।

চাহ খাই থাকোঁতে শশাঙ্কই সুধিলে, "আজিকালিও তুমি গান-তান গোৱা?"

"ফাংচন-তাংচন হ'লে কেতিয়াবা গাওঁ। পিছে আজি ভালেমান-দিন গোৱা নাই। সুৰবোৰ পাহৰিয়ে গৈছোঁ।"

"মই থাকিব লগা হ'লেও ফাংচনলৈ যাব নোৱাৰিম। এতিয়াই মই হেমিদোৰৰ ওচৰলৈ যাম—"

"এতিয়া তেওঁক কাছাৰীতহে লগ পাব। ঘৰত আছে জানো?"

"য'তে হওক, লগ পাব লাগিব। নহ'লে ইয়ালৈ আহি মোৰ বিশেষ একো কাম নহ'ল—"

"এখেতক যে লগ পালেহি—"

"নিৰঞ্জনকো ক'ত ভালকৈ লগ পালো? ক'ত যে কি কৰি ঘূৰি ফুৰিছে আৰু লগ পালেও নিৰঞ্জন ইমান absent-minded যে মোৰ ওচৰতে বহি থাকিলেও তেওঁৰ মনটো ক'ৰবাত থকা যেন লাগে।"

অপৰা মনে মনে থাকিল। তেওঁ মনে মনে ঠিক কৰিলে যে আজি গধূলি শশাংকক তেওঁলোকৰ ক'ব পৰা কথাবোৰ ক'ব আৰু তাৰ কাৰণেই আজি শশাংকক ৰাখিব লাগিব। সেই দেখি এতিয়া আৰু কোনো কথা নুলিয়ায়।

হঠাৎ শশাংকই সুধিলে, "নিৰঞ্জনে মাহে কিমান টকা আৰ্জন কৰে? মানে তোমালোকৰ মাহিলি আৰ্জন কিমান অপৰা?"

অপৰা কিছু অপ্ৰস্তুত হ'ল আৰু সংযত হ'বৰ চেষ্টা কৰি ক'লে, "মই ভালকৈ নেজানো। ধাৰ-ধুৰ নোহোৱাকৈ কোনোমতে চলি আছোঁ আৰু—"

"নিৰঞ্জনে জানো নিজৰ ঘৰলৈ টকা-পইচা নপঠায়?"

"পঠায়। ঘৰলৈ মাহে ডেৰশ-দুশমান পঠিয়াব লাগে, মোৰ তেনে চিন্তা নাই। মা ঢুকাল নহয়।"

কিছু উষ্ণভাৱে শশাংকই ক'লে, "মই এইটো বুজা নাই, নিৰঞ্জনে —নিৰঞ্জনৰ নিচিনা এটা ব্ৰিলিয়েণ্ট মানুহে অন্য কিবা এটা নকৰি, এইটো কি কৰি আছে। He is neither serving the God nor the devil. কেতিয়াবা এচেম্ব্লি বা পাৰ্লিয়ামেণ্টলৈ নমিনেচন বিচাৰিছে?"

"ওহোঁ—" অপৰাই মূৰ জোকাৰিলে।

"আৰু তুমি? তুমি বিচাৰিছা"

"মই কংগ্ৰেছী নহয়—"

"কি?" শশাংকই অপৰাৰ মুখলৈ চালে।

অপৰাই ক'লে, "মই তেনেকৈ কোনো পলিটিকেল পাৰ্টিৰে মেম্বাৰ নহয়। কিন্তু মই এচেম্ব্লিলৈ যোৱাৰ চেষ্টাত নথকা নহয়—"

"কোনো পাৰ্টিৰ সহায় নোলোৱাকৈ কেনেকৈ এম-এল-এ হবা?"

"দুই এটা লেফটিষ্ট পাৰ্টিৰ সমৰ্থন পাম। কিন্তু তাতকৈ মই ৰাইজৰ সমৰ্থনৰ ওপৰতহে বেছি নিৰ্ভৰ কৰিছো।"

খণ্ডেৰে কোৱাদি শশাঙ্কই ক'লে, "মই নকওঁ যে ভাৰতত পলিটিক্স কৰা আটাইবোৰ মানুহেই বৰ্বৰ। কিন্তু তোমাক কি বুলি ক'ম মই ভাবি পোৱা নাই। ভাৰতত ৰাইজৰ সমৰ্থনতকৈ আৰু অৰ্থহীন কোনো বস্তু নাই। দহটকা ৰূপ নাইবা এবটল দেশী মদ দি য'ত এশটা ভোট কিনিব পাৰি তাত ৰাইজৰ সমৰ্থনৰ কি মূল্য আছে?"

অপৰাই প্ৰতিবাদ নকৰিলে। শান্তভাৱে ক'লে, "কিছুমান ভাল মানুহো আছে—"

"ভাল মানুহ! চোৱা অপৰা, দেউতাই জীৱনৰ সৰহখিনি সময় এচেম্‌ব্লি হাউছৰ ভিতৰতে কটাইছে। দেউতা বাৰে বাৰে কেনেকৈ এম-এল-এ হয় জানা? একো নকৰে, ঘৰত বহি থাকে। এজেণ্টে কেন্‌ভাচ্ কৰে। সেইবোৰ ভুৱা। আচল কথা ইলেক-চনৰ ঠিক মুৰামুৰিত দেউতাই কি কৰে জানা?"

অপৰাই শশাঙ্কৰ মুখলৈ চালে।

"দেউতা মেজখনৰ কাষত বহে। ড্ৰয়াৰৰ পৰা চেক্‌বুকটো আৰু জেপৰপৰা ফাউণ্টেনটো উলিয়ায়, একলাখ টকাৰ এখন চেক লিখে তাৰ পিছতে গাড়ীখন লৈ বেঙ্কলৈ যায়। তাৰ পিছত ঘৰলৈ আহি বহি থাকে। সেই সাধু কথাৰ ৰজাৰ ভঁৰালৰপৰা এটা টুনী আহি এটা ধান নিয়াদি এজেণ্টবোৰ আহি থাকে। হাত পাতে। দেউতাই এজাপ ন'ট পেলাই দিয়ে। তাৰ পিছত এদিন ইলেক্‌চন হয়, তাৰ পিছত ভোট গণনা হয়। সেই সময়ত দেউতা কোনোবা সমনীয়া বন্ধুৰ ঘৰত ফুৰিবলৈ যায়। ৰিজাল্ট পাই দেউতাই আনকি ববকৈ মুখ খুলি হাঁহি এটাও নেমাৰে।"

"সকলো পাৰ্টিৰ প্ৰাৰ্থীয়েই টকা খৰচ কৰে—" অপৰাই ক'লে।

"তেন্তে এম-এল-এ, এম-পি হ'বলৈ তোমাৰ টকা ক'ত? আদৰ্শবাদেৰে পুলিচ মিলিটাৰীৰ গুলি খাই শ্বহীদ হ'ব পাৰি, ৰাইজৰ প্ৰতিনিধি হ'ব নোৱাৰি।"

ভয়ে ভয়ে কোৱাদি অপৰাই ক'লে, "ইলেক্‌চনত নামিলে মোক টকা দি সহায় কৰোঁতাও আছে—"

"কোনে দিব টকা, মৃগাঙ্কই ?"

"তেখেতেও দিব পাৰে, অন্যান্যইও দিব পাৰে—"

"তোমাৰ এটা এম্বিছন থকা বুলি জানি ভাল পাইছোঁ। যদিও এম-এল-এ হৈ তুমি কি কৰিবা মই ক'ব নোৱাৰোঁ। যি নিজৰ ঘৰখন ৰাখিব নোৱাৰে, সি দেশখন কেনেকৈ ৰাখিব ?"

"দেশখনেই মোৰ ঘৰ" বুলি চেণ্টিমেণ্টেল কথা এষাৰ ক'ব খুজিও অপৰাই নক'লে। তেনে কথা ক'লে শশাংকই হয়তো হা-হাকৈ হাঁহি উৰাই দিব। কথাটো অপৰাই অন্য ৰকমে ক'লে, "ঘৰখনৰ একো কৰিব পৰা নাই কাৰণেই দেশখনৰ কিবা কৰিব পাৰোনেকি চাওঁ বুলিছো—"

"কিন্তু একলাখ টকা খৰচ কৰিলেই যে তুমি জিকিবা তাৰোতো কোনো গেৰাণ্টি নাই—"

এই কথা অপৰায়ো জানে। তেওঁ এই বিষয়ে আৰু একো নক'লে।

হেমিদোৰৰ ঘৰলৈ গাড়ী লৈ ওলাই যাওঁতে শশাংকই নিৰঞ্জনৰ কথাকে ভাবিছিল। পাৰিবাৰিক জীৱনৰ বিশৃংখলা আৰু বিফলতাই নিৰঞ্জনক হতাশ আৰু চিনিকেল কৰি পেলাইছে নেকি ? দুটা বিপৰীতমুখী ৰাজনৈতিক আদৰ্শৰ অনুগামী হোৱাৰ কাৰণে অপৰা আৰু নিৰঞ্জনৰ মাজত মতৰ বিৰোধৰ লগতে মনৰ বিৰোধ হৈছে নেকি ? এজন নিৰাশ আৰু আনজন দুৰাকাংক্ষী হোৱাৰ কাৰণে দাম্পত্য জীৱনত এওঁলোকৰ অমিল হৈছে নেকি ? নে কোনো অব্যক্ত কাৰণত, কোনো মানসিক সঙ্গতিহীনতাৰ কাৰণে এওঁলোক ইজন সিজনৰপৰা এনেকৈ পলাই ফুৰিছে ? এটা কথা স্পষ্ট যে স্বামী-স্ত্ৰী হিচাপে নিৰঞ্জন আৰু অপৰা সুখী নহয়। অথচ দুয়োজন শিক্ষিত আৰু বয়সস্থ মানুহ।

নিৰঞ্জনহ'তৰ দাম্পত্য জীৱনটো শশাংকৰ বৰ অস্বাভাৱিক যেন লাগিল।

হেমিদোৰক শশাংকই এটা কথাই ক'লে, "চৌধুৰীবাৰী বাগানখন মই নিজৰ কৰি লব খোজা নাই—ৰক্ষা কৰিবহে খুজিছোঁ। দুই এবছৰ এক দুই লাখ টকা ব্যৱসায়ত ক্ষতি হোৱাটো কোনো অস্বাভাৱিক কথা নহয়, কিন্তু ব্যৱসায়-বুদ্ধি নথকাৰ কাৰণেই হওক বা স্ব-ইচ্ছাতে হওক, মৃগাংকই এই মূল্যবান উদ্যোগটো ধ্বংস কৰি আনিছে। বাধা নিদিলে, হয়তো অপৰাৰ নিৰ্বাচনত টকাৰ যোগান ধৰিবলৈ মৃগাংকই বাগানখনকে বেচি বা বন্ধক দি শেষ কৰি পেলাব।"

শশাংকই নিশ্চিতভাৱে ধাৰণা কৰিলে যে মৃগাংক আৰু অপৰাৰ সম্পৰ্ক নিশ্চয় কোনো পলিটিকেল বা ইন্‌টেলেক্‌চুৱেল সম্পৰ্ক নহয়, হয়তো ইম'চনেল নাইবা একেবাৰে চেক্সুৱেল সম্পৰ্ক। শশাংকই ঠিক কৰিলে যে মৃগাংকৰ বিয়া পাতিবলৈ লোৱাৰ কথা আৰু মৃগাংকয়ো বিয়াত সম্মতি দিয়াৰ কথা অপৰাক জনোৱাটো উচিত হ'ব। হয়তো অপৰাই সেই কথা নেজানে।

লগে লগে শশাংকই ভাবিলে, এনে কাম বৰ নীচ হ'বনেকি? অপৰাই যদি মৃগাংকক ঠগিবলৈ বিচাৰিছে আৰু মৃগাংকয়ো যদি অপৰাক ঠগিছে বা ঠগিবলৈ চেষ্টা কৰিছে, তাৰ মাজত সোমাই পৰিলে মোৰ দুয়োটাকে ঠগা হ'বনেকি? ইমান নীচ মই কিয় হ'ম, কেনেকৈ হ'ম?

হেমিদোৱে পৰামৰ্শ দিলে যে সদ্যহতে আইনৰ আশ্ৰয় নলৈ মৃগাংকক চাহবাগিচা চলোৱাৰ দায়িত্বৰপৰা আঁতৰাই অন্য কোনো কাৰবাৰ বা চাকৰিত লগাই দিয়াৰ ব্যৱস্থা কৰিলে কি ফল হয় চোৱা ভাল হ'ব। সেইটো শশাংকই নোৱাৰিব, কিন্তু দেউতাক মন্মথ চৌধুৰীৰ হতুৱাই কৰোৱাটো একো টান নহ'ব। তেখেতে বিষয়-

বুদ্ধি আৰু সংসাৰ-জ্ঞান থকা মানুহ—ইমান মূল্যবান সম্পত্তি এটা কেতিয়াও ধ্বংস হ'বলৈ এৰি নিদিয়ে।

শশাঙ্ক কিন্তু এই সম্পৰ্কত মন্মথ চৌধুৰীৰ কাষ চাপিবলৈ প্ৰস্তুত নহয়। তেওঁ নিজেই কিবা এটা কৰিব।

হেমিদোৱে কিন্তু পিতাকৰ লগত শশাঙ্কৰ আজীৱন বিৰোধৰ কোনো কাৰণ বুজিব নোৱাৰিলে। পূৰ্বৰ সহপাঠী হিচাপে শশাঙ্কই ছাত্ৰ অৱস্থাত দেউতাকৰ ওপৰত নিৰ্ভৰ নকৰি নিজে চলিবলৈ বিচৰাটোৰ এটা অৰ্থ থাকিব পাৰে বুলি হেমিদোৱে বুজে। মন্মথ চৌধুৰী এজন মন্ত্ৰী হোৱাটো কোনো অপৰাধৰ কথা নহয় আৰু মন্ত্ৰী হিচাপে আৰু পিতা হিচাপেও তেওঁ সন্তানৰ প্ৰতি কৰ্তব্য আওহেলা কৰাৰ অভিযোগ কোনেও আনিব নোৱাৰে আৰু শশাঙ্ক এতিয়া জীৱনত সুপ্ৰতিষ্ঠিত। এনেস্থলত পূৰ্বৰ বিৰোধী মনোভাৱ এতিয়াও কিয় জীয়াই ৰাখিব লাগে হেমিদোৱে নুবুজিলে।

শশাঙ্কই ক'লে, "এই বিৰোধৰ নিশ্চয় এটা ভিত্তি আৰু এটা কাৰণ আছে। সেই কথা জানিবলৈ তুমি কিছুদিন অপেক্ষা কৰিব লাগিব।"

"ৰাজনৈতিক ?"

"কিছু দূৰ ৰাজনৈতিক।

"আৰু ?"

"কিছুদূৰ নৈতিক।"

"নৈতিক ?"

"The whole thing involves a moral question."

"Moral question-ৰ উত্তৰটো মোৰ ওচৰত নাই—" হাঁহি হেমিদোৱে কৈছিল।

"নৈতিক প্ৰশ্নৰ উত্তৰ সদায় আমি এজন নেদেখা-নুশুনা ঈশ্বৰৰ

পৰা আশা কৰি আহিছোঁ, আৰু সেই ঈশ্বৰজনে আজিলৈকে একোকে কৰা নাই—"

হেমিদোৰে ক'লে, "মই উকিল মানুহ, আইনৰ সহায়েৰে সমাধান কৰিবলগীয়া বা কৰিব পৰা সমস্যাবোৰৰ এটা সমাধান আমি কৰিবৰ চেষ্টা কৰো। নৈতিকতাৰো নিশ্চয় এটা আইনসঙ্গত বা legal বিচাৰ আছে।"

"কিন্তু সেই moral question-ৰ মই তোমাৰ ওচৰত legal solution বিচৰা নাই। তাৰ বিচাৰ মই সেই নেদেখা ঈশ্বৰলৈও থব খোজা নাই। সেই বিচাৰ মই নিজেই কৰিম বুলি আগ বাঢ়িছোঁ।"

"তোমাৰ সমস্যাটো কি আৰু তাৰ কি সমাধান তুমি কেনেদৰে কৰিব খুজিছা মই একো নেজানো।"

মাতত দৃঢ়তাৰে শশাঙ্কই ক'লে, "সেইটো মোৰ সমস্যা আৰু তাৰ সমাধান ময়েই কৰিম। তাৰ কাৰণে অৱশ্যে মোৰ নিজৰ লগতে সংগ্ৰাম কৰিবলগীয়া হৈছে।"

"কিয় ?"

"মোৰ ভিতৰত মই অন্য এটা মানুহৰ সন্ধান কৰিছো, যি সম্পূৰ্ণ অন্ধ, অপৰাৰ দৰে এটা চকুৰ অন্ধ নহয়—"

হেমিদোৰ ৰহমানে শশাঙ্কৰ কথাৰ অৰ্থ নুবুজিলে। তাঁহি ক'লে, "তোমাৰ আমাৰ আৰু চেণ্টিমেণ্টল হোৱাৰ বয়স নাই। বয়স হ'লে জ্ঞান-চকু মুকলি হয় বুলি কয়। অভিজ্ঞতাই জানো অন্ধ কৰে ?"

"তুমি যেতিয়া জানা যে তুমি এটা মানুহ আৰু তুমি যুঁজ কৰিবলৈ ওলাইছা এদল হিংস্ৰ পশুৰ লগত, তুমি চকু মেলি যুঁজিব নোৱাৰা—চকু মুদি যুঁজাৰ বাহিৰে আৰু উপায় নাই। কিন্তু জ্ঞান বুদ্ধি বিবেকে নানা দৃষ্টি দিছে। মই অন্ধ নহয়, সেই কাৰণেই মোৰ মাজত এটা অন্ধ মানুহৰ মই সন্ধান কৰিছোঁ।"

হেমিদোৰ ৰহমানে বুজিব নোৱাৰিলে কাৰ লগত বা কাৰ বিৰুদ্ধে শশাংকই যুঁজাৰ প্ৰস্তুতি চলাইছে। সেই দেখি তেওঁ ক'লে, "অন্ধভাৱে যুঁজাতকৈ চকু মেলি যুঁজাই ভাল কিজানি। তেতিয়া কাক আঘাত কৰিছা বুজিব পাৰিবা আৰু প্ৰয়োজন হ'লে তুমি আত্মৰক্ষাও কৰিব পাৰিবা।"

শশাংকই ক'লে, "আত্মৰক্ষা কৰাৰ কথা মনত ৰাখি যি যুদ্ধ কৰিবলৈ যায়, সি কাহানিও জিকিব নোৱাৰে। আত্মৰক্ষাৰ চিন্তা মই কৰা নাই। মই মাথোন অন্ধ হৈ যুঁজিবলৈ বিচাৰিছোঁ। বহুত দিন মানুহ হৈ থাকিলো, অলপ অমানুহ হ'বলৈ বিচাৰিছোঁ।" প্ৰকৃততে মই পশু হ'বলৈ বিচাৰিছোঁ।"

কৈ শশাংক হেমিদোৰ ৰহমানৰ পৰা বিদায় লৈ ওলাই আহিল আৰু গেটৰ মুখৰপৰা ঘূৰি চাই ক'লে, "তুমি Practicing lawyer, দৰকাৰ হ'লে তোমাৰ legal help মই বিচাৰিম, এতিয়া যাওঁ—"

খৰকৈ গাড়ী চলাই অলপ পিছতে নেদেখা হোৱা শশাংকৰ মুখৰ ছবিখন মনত পেলাই পেলাই হেমিদোৰ ৰহমান ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

শশাংকক হেমিদোৰে সৰুৰেপৰা জানে। কেৱল মনৰ দৃঢ়তাৰে যদি এজন মানুহ বাচি থাকিব পাৰে তেন্তে সেয়া শশাংক, কিন্তু আজিৰ শশাংক যেন আগতকৈও কঠিন।

॥ স ॥

কচ্‌মচৰ সাংস্কৃতিক অনুষ্ঠানত প্ৰথমৰেপৰা শেষলৈকে শান্তভাৱে বহি থাকিল যদিও শশাংকই বৰ আন্তৰিকতাৰে অনুষ্ঠান উপভোগ কৰিব নোৱাৰিলে। প্ৰথম কথা, শশাংকৰ মনটো বৰ অশান্ত হৈ আছিল, নৃত্য-গীত উপভোগ কৰিব পৰা মনৰ অৱস্থা তেওঁৰ নাছিল। দ্বিতীয়তে, কচ্‌মচে পৰিবেশন কৰা অনুষ্ঠানত নতুনত্ব একো নাছিল। বিষয়সূচী ঘোষণাত ৰেডিঅ'ৰ ঘোষণাৰ অনুকৰণ, অনুষ্ঠান পৰিবেশনত খেলিমেলি, উদ্বোধক, সম্পাদক, উদ্যোক্তা, বিশিষ্ট অতিথি আদিৰ সংস্কৃতি সম্পৰ্কে সাৰশূন্য বিৰক্তিকৰ বক্তৃতা আৰু পৰিবেশন কৰা নৃত্য-গীতৰ প্ৰাণহীন গতানুগতিকতা—এই সকলো মিলি শশাংকক অধৈৰ্য কৰি তুলিছিল। মাজতে উঠি অহাটো অশোভনীয় হ'ব বুলি আৰু তেনে কৰিলে অপৰা অসন্তুষ্ট হ'ব বুলি, তদুপৰি অপৰা কচ্‌মচৰ মঞ্চত সোমাই থকা অৱস্থাত ওলাই গৈয়ো অকলশৰে ক'ৰবাত ঘূৰি ফুৰিব বা বহি থাকিবলগীয়া হ'ব বুলি শশাংক অনিচ্ছা সত্ত্বেও বহিয়ে থাকিল। আজিৰ সন্ধিয়াৰ বিশেষ আকৰ্ষণ অপৰাজিতা খাউণ্ডৰ গীত বুলি ঘোষণা দি দি দৰ্শকক শেষলৈকে ৰাখি থোৱাৰ ব্যৱস্থা কৰা হৈছিল আৰু অনুষ্ঠানৰ প্ৰায় শেষৰ ফালে ( শলাগৰ শৰাইৰ আগে আগে ) অপৰাক মঞ্চলৈ উলিওৱা হ'ল যদিও, আৰু এটা দুটাকৈ অপৰাই কেইবাটাও বেলেগ বেলেগ গান গালে যদিও, আৰু সেই গানত দৰ্শক-শ্ৰোতাৰ জাউৰি জাউৰি হাত চাপৰি পৰিল যদিও, শশাংকৰ বৰ ভাল নেলাগিল। অপৰাৰ মাতটো বৰ মিঠা, সুৰ তাল লয় শুদ্ধ, পৰিবেশন দৰ্শকৰ প্ৰতি শ্ৰদ্ধাশীল আৰু

ৰুচিসম্মত।  সেই-ফালৰপৰা একো খুঁত নাছিল, কিন্তু তথাপি শশাংকই যেন অপৰাৰ গীতৰ মাজত এটা ভীতু আত্মগোপনৰ গোন্ধ পালে।  গীতৰ মাজেদি গায়িকাই যেন নিজৰ ভাব প্ৰকাশ কৰিবৰ চেষ্টা নকৰি গীত ৰচকৰ হা-হুতাশহে প্ৰকাশ কৰিলে।  ক'ৰবাত যেন মাজতে ফাক হৈ গ'ল, শূন্য হৈ গ'ল।  অৱশ্যে শশাংকই লক্ষ্য কৰিলে যে প্ৰায় সকলো দৰ্শকৰ চকুত শিল্পী অপৰাজিতাৰ প্ৰতি এক অকৃত্ৰিম আস্থা আছে আৰু সেই আস্থাৰ লগত মিহলি হৈ আছে শ্ৰদ্ধা।  অপৰাৰ সমাজ সেৱাৰ কিছু অৰ্থ শশাংকৰ বুজি পোৱা যেন লাগিল।  শিল্পী আদিৰ কাৰণে গুণমুগ্ধ দৰ্শক শ্ৰোতা আদিৰ শ্ৰদ্ধা, স্বীকৃতি আৰু প্ৰশংসা জীয়াই থকাৰ বা শিল্প সাধনাত লাগি থকাৰ প্ৰেৰণা হ'ব পাৰে।

অনুষ্ঠানৰ শেষত অপৰাৰ লগতে শশাংকয়ো চাহ খালে আৰু নতুনকৈ পাতিবলৈ লোৱা অনুষ্ঠানটোৰ প্ৰতি সহযোগিতাৰ ভাব প্ৰকাশ কৰি এশ টকা নগদ বৰঙণিও দিলে।  টকা পাই ল'ৰা-ছোৱালীখিনিয়ে শশাংকক পৃষ্ঠপোষক কৰি লব খুজিলে। শশাংকই অসম্মতি প্ৰকাশ কৰিলে আৰু ক'লে, "কাইলৈ মই যামগৈয়ে।  আকৌ কেতিয়াবা আহিবলগীয়া হয়নে নহয় ক'ব নোৱাৰো, মোক পেট্ৰন পাতি আপোনালোকৰ একো লাভ নহ'ব। আৰু মই কাৰবাৰী মানুহ—কলা-সংস্কৃতিৰ একো নুবুজো। মোক বাদ দিয়ক।"

আকৌ ৰাতি, মাজ ৰাতি।  শেষ হেমন্তৰ কুঁৱলী-কোমল ৰহস্যময় ৰাতি।  এখন নতুন ফিয়েটৰ মৰমলগা গতি—ধীৰ, নিশ্চিত।  আকাশৰ কোনোবা এক প্ৰান্তত এফালি আচহুৱা জোন হয়তো আছিল, কিন্তু তাৰ অনুজ্জ্বল কিৰণে মাথোন কুঁৱলী-বোৰক ধূসৰহে কৰিছিল।  ৰাতিটোক প্ৰশান্তি আৰু স্নিগ্ধতা দিছিল।

শশাংকই আপোনমনে গাড়ী চলাইছিল। কাষত বাওঁফালে অপৰা। কাৰো মুখত কথা নাছিল। গাড়ীৰ চকাৰ তলত পৰা শিলগুটিবোৰে মাজে মাজে একোটা মিট্‌মিট্‌ শব্দ কৰিছিল। নগৰখন তেতিয়া শুইছিল। টোপনি যোৱা মানুহৰ শান্ত নিশ্বাস ৰাতিৰ বতাহৰ লগত মিলি কুঁৱলীবোৰক অলপকৈ কঁপাইছিল।

কিছুদূৰ অহাৰ পিছত নীৰৱতা ভঙ্গ কৰি শশাংকই সুধিলে, "আমি ঘৰলৈকে যাওঁ, নহয় অপৰা ?"

"হুঁ ? ঘৰলৈ ? জানো—" অন্যমনস্কভাৱে হুটামুটাকৈ আৰু টোপনিৰপৰা সাৰ পোৱাৰ দৰে অপৰাই ক'লে।

"নিৰঞ্জন ঘূৰি আহিলনে চাগে ?"

"আহিবতো লাগে। পিছে মাজে মাজে তেখেতে এনেকৈ ঘৰ এৰি বাহিৰত ঘূৰিবলৈ পালে ভাল পায়—"

"আগেয়েও যায়— ?"

"যেতিয়াই সুবিধা পায়—"

গাড়ীখন এটা কেকুৰি ঘূৰিল।

কিবা কথা এটা সুধিব খুজি শশাংকই সামান্য ইতস্ততঃ কৰিলে। তাৰ পিছত গাড়ীৰ স্পীড কমাই দি চিগাৰেট এটা জ্বলাই ললে।

অপৰাই ক'লে, "এটা কথা কওঁ ?"

"কোৱা—"

"আপোনাক আগে মই কোনোদিন দেখা নাই। এয়ে প্ৰথম দেখিছোঁ—"

"ওঁ—কিজানি—"

"কিন্তু প্ৰথম দেখাৰ মুহূৰ্তৰপৰা মোৰ মনত লাগিছে যেন আপুনি মোৰ চিৰদিনৰ চিনাকি—"

সৰুকৈ হাঁহি শশাংকই ক'লে, "গল্প-উপন্যাসৰ নায়িকাই কোৱা কথাৰ নিচিনা লাগিছে। বাৰু কোৱা।"

"আপুনি যদি অবিশ্বাস কৰে মই নকওঁ—"

"তোমাৰ অনুভূতিক মই বাৰু কিয় অবিশ্বাস কৰিবলৈ যাম? আৰু তোমাৰ লগতে সুৰ মিলাই ময়ো যদি কওঁ যোৱা তিনি-চাৰিদিন তোমাৰ কাষত থাকি, তোমাৰ লগত ঘূৰি-মেলি, মোৰ তোমাক বৰ আপোন যেন লাগিছে— ?"

"আপুনি ক'ব যে সেয়া ৰোমাণ্টিক উপন্যাস, মই কম, সেয়া যদি সঁচা হ'লহেঁতেন!"

"বহুদিনৰ চিনাকি যেন লগা, বৰ আপোন যেন লগা এই-বোৰতো কোনো দোষণীয় কথা নহয়—" শশাঙ্কই ক'লে।

"কিন্তু সেইবোৰ দোষণীয়ই হওক বা বৰণীয়ই হওক, এষাৰ কথা মই আপোনাৰ আগত স্বীকাৰ নকৰি নোৱাৰোঁ—"

"কি কথা অপৰা?"

"ক'ম?"

"কিয় নক'বা?"

"আপুনি মোক বৰ নীচ বুলি নেভাবেতো?"

"তোমাক কি বুলি ভাবো-নেভাবো সেইটো পিছৰ কথা, কিন্তু তোমাৰ কথাষাৰ শুনি মই ভাল পাম—"

"ভাল হয়তো নেপাব, তথাপি মই ক'ম। আমি ছোৱালীবোৰৰ মনত পুৰুষৰ প্ৰতি ভয় আৰু অবিশ্বাস কম-বেছি সকলোৰে আছে—"

অপৰা ৰোৱা দেখি শশাঙ্কই ক'লে, "কোৱা—"

"আপুনি খাউণ্ডৰ বন্ধু। তথাপি মোৰ বিষয়েতো আপুনি নানা কথা শুনিছে।"

"নিশ্চয় শুনিছো।"

"তেখেত নাই, আমাৰ ঘৰটোত আপুনিয়ে ময়ে অকলে আছোঁ—"

"কথাটো বেয়া হৈছে, নহয়?"

"আপুনি হয়তো ভাবিছে, আপোনালৈ মোৰ অকণো ভয় লগা নাই ?"

"ভয় ? মোলৈ ? কোৱা নাই কিয় ?"

"কোৱা নাই এই কাৰণেই যে মোৰ ভয় বা সন্দেহ সত্যত পৰিণত হ'ব বুলি মোৰ এটা ধাৰণা আছিল—"

"নিৰাশ হৈছা ?"

"হয়তো হৈছোঁ ? কিন্তু তাতোকৈ বেছি মই আচৰিত হৈছো—"

"কিয় ?"

"আপোনাৰ নিচিনা মানুহ মই আগেয়ে কাহানিও লগ পোৱা নাই।"

"মানে ?"

হঠাৎ গাড়ীখনৰ স্পীড কমি গ'ল।

"কি হ'ল ?"

"বোধকৰোঁ কুকুৰ—গাড়ীৰ আগত পৰিছিল, বাচিল।"

"আমি ঘৰেই পালোহি আৰু—"

"ওঁ পাইছোঁহি। মোক বেয়া নেপাবা অপৰা, মই মহাপুৰুষ নহওঁ আৰু বৰ চৰিত্ৰবানো নহওঁ। কলিকতাত থাকোঁতে মাজে মাজে মই বেয়া ঠাইলৈ যাওঁ—"

"মই বিশ্বাস নকৰোঁ—"

"তিৰোতাতকৈ পুৰুষৰ সংযম কম আৰু লোভো বেছি—"

"হ'লেও—"

"চোৱা আগৰ কালৰ বহুত মহাপুৰুষ বৰ কামুক আছিল। ইন্দ্ৰিয়াসক্ত আছিল। কিন্তু তেওঁলোক ব্যভিচাৰী কমেই আছিল। দেহাৰ প্ৰয়োজনক স্বীকৃতি দিবলৈ তেওঁলোকে ভয় বা সঙ্কোচ নকৰিছিল। কিন্তু আজিকালিৰ মহাপুৰুষসকল ভণ্ড, ব্যভিচাৰী। —অ' আমি পালোহি।"

গাড়ীখন চোতাললৈকে সুমাই নিলে শশাংকই। দুৱাৰখন মেলি

ধৰিলে, অপৰাও নামিল। অপৰাক এধাৰ বকুল ফুলৰ মালাৰে সম্বৰ্ধনা জনাইছিল। মালাডাল অপৰাই হাতত লৈ আহিছিল। তাৰ তীব্ৰ গোন্ধটো আহি শশাংকৰ নাকত লাগিলহি।

ঘৰৰ দুৱাৰ ভিতৰ ফালৰপৰা বন্ধ কৰা আছিল। অপৰাই টুকুৰিয়ালে, কাৰো সাৰসুৰ নাই। অপৰা ঘৰৰ মুধেদি পাছফাললৈ গ'ল আৰু পাছফালেদি ভিতৰ সোমাই আহি দুৱাৰ মেলি দিলে। বাটৰ কুঁৱলীৰ পিছত কোঠাৰ ভিতৰৰ উজ্জ্বল, উমলগা পোহৰখিনি ভাল লাগিল।

দুৱাৰখন বন্ধ কৰি অপৰাই সুধিলে, "ভাত খাব নহয়, ল'ৰাটোক জগাই দিওঁ?"

ল'ৰাটোৰ টোপনি আহিছিল। চকু-মুখ মোহাৰি উঠিল।

"উঠ, আমাৰ ভাত-পানী উলিয়া—ৰান্ধিলি?"

ল'ৰাটোৱে মাথোন মূৰ দুপিয়ালে। ভাত পানী অলপ চেঁচা হৈছিল। সি ষ্টোভটো জ্বলালে।

ভাত খাই থাকোঁতে শশাংকই ক'লে, "নিৰঞ্জন আজিও নোলালহি। অফিচ ছেক্রেটাৰীৰ দেখিছো অফিচতকৈ বাহিৰত টুৰহে বেছি।"

"মোৰ কাৰণে তেখেতৰ বৰ বেছি চিন্তা নাই, সেই কাৰণে এনেকৈ কোনোবা ফালে গ'লে নিশ্চিন্ত মনে ঘূৰি ফুৰিব পাৰে।"

"আৰু তোমাৰো তেওঁৰ বিষয়ে কোনো চিন্তা নাই?" শশাংকই সুধিলে।

ইয়াৰ উত্তৰ অপৰাই নিদিলে।

অসময় হোৱাৰ কাৰণেই হয়তো তেওঁলোকে বিশেষ খাব নোৱাৰিলে। ৰন্ধা বেয়া হোৱা নাছিল। মাংসৰ তৰকাৰীখন ভালেই হৈছিল। নেপালী ৰান্ধনি যদিও তাৰ ৰন্ধাবঢ়া ভাল।

ভিতৰলৈ আহি শশাংকই ক'লে, "শোৱা যাওক আৰু নহয়নে অপৰা? ৰাতি বহুত হ'ল—"

তামোলৰ বটাটো শশাংকৰ ফালে আগবঢ়াই দি অপৰাই ক'লে, "কাইলৈ সঁচাকৈয়ে যাবগৈ নেকি ?"

"ব্যৱসায়ী মানুহ, ক'ৰবাত এনেকৈ সোমাই থাকিলে চলিব জানো ?"

"আপোনাৰ ক্ষতি কৰি মেয়ো ৰাখি নথওঁ—"

"আৰু চোৱা, অতদিনৰ মূৰত বিচাৰি নিৰঞ্জনৰ ঘৰ ওলালোঁহি আৰু মই অহাৰ লগে লগে নিৰঞ্জন পলাল।"

"তেখেতক বেয়া নেপাব। আজিকালি তেখেতে মানুহ-দুনুহৰ লগত বৰ কম কথা-বতৰা পাতে, কিবা আনমনা হৈ থাকে—সকলোৰে প্ৰতি যেন এটা বিৰাগৰ ভাব—এনে লাগে।"

"বৈৰাগীক সংসাৰী কৰাৰ দায়িত্ব তোমাৰে নহয় জানো ?"

"মই পৰা নাই, হাৰ মানিছোঁ।"

"কিয় ?"

অলপ সংকোচেৰে অপৰাই ক'লে, "আমাৰ কোনো সতি-সন্তান নাই।"

"কিয় ?" বুলি সুধিব খুজি শশাঙ্ক বৈ গ'ল। ইমান ব্যক্তি-গত কথা এটা সোধাটো নিশ্চয় বৰ অশ্লীল কথা হ'ব। সুধিলে হয়তো অপৰাই এটা উত্তৰ নিদি নেথাকে।

চিগাৰেটটো হুপি হুপি শশাংকই একেথৰে অপৰাৰ ফালে চাই থাকিল। অন্যমনস্কভাৱে অপৰা এনে ধৰণে থিয় দি ৰ'ল যেন শশাংকই ইচ্ছা কৰিলে, তেওঁ বিবস্ত্ৰা হৈ নিজকে সম্পূৰ্ণ উন্মুক্ত কৰি শশাংকক নিজৰ দেহ-মন সকলো দেখুৱাই দিব।

যথেষ্ট সময় তেনে দৰেই কাটি গ'ল।

"কি চাই আছে তেনেকৈ ?"

"লাইটটো নুমাই দিয়া অপৰা, চকুত বৰ ধৰিছে—"

"আপুনি তেন্তে শোৱক, মেয়ো শোওঁগৈ—"

"অকণমান বহা, লাইটটো নুমাই দিয়া—"

অপৰাৰ চকু-মুখত শংকাৰ স্পষ্ট ৰেখা বিৰিঙি উঠিল।

শশাংক পুৰুষ, মহাপুৰুষ নহয়!

অলপ সময় নিশ্চলভাৱে বৈ থাকি হঠাৎ কিবা ভাবি অপৰাই লাইটটো নুমাই দিলে। শশাংকই আৰু এটা চিগাৰেট জ্বলালে। বাহিৰৰ বাৰাণ্ডাত মাথোন এটা লাইট।

"যদি বেয়া নোপোৱা এইখিনিতে, মোৰ বিছনাখনতে বহা অপৰা—"

অপৰাই নিজকে এটা অভাৱনীয়, কিন্তু সম্ভাব্য পৰিস্থিতিৰ কাৰণে সাজু কৰিবৰ চেষ্টা কৰিলে।

নিজকে কোৱাৰ দৰে শশাংকই ক'লে, "আমি আটাইবোৰ অঘৰী। নিৰঞ্জন, তুমি, মই—"

এইটো পৰিবেশত নিজৰ অঘৰী পৰিচয় দিয়াৰ কি সাৰ্থকতা থাকিব পাৰে অপৰাই বুজিবৰ চেষ্টা কৰিলে।

"মোৰ কথা মই তোমাক কৈছো। মই যোৱাৰ আগতে তোমাৰ কথা মই জানি যাবলৈ বিচাৰিছোঁ—ক'বা ?"

"মোৰ কি কথা ?"

"সকলো কথা। তোমালোকৰ অঘৰী জীৱনৰ কথা, অঘৰী আত্মাৰ কথা—"

"শুনিব ?"

"তাৰ কাৰণেইতো আজি চাৰিদিন ইয়াত পৰি আছো—"

"আপুনিতো জানিছেই—"

"কিন্তু বুজা নাই।"

যথেষ্ট সময় নীৰৱতাৰ মাজেদি, আন্ধাৰৰ মাজেদি কাটি গ'ল। বাহিৰত জোনৰ পোহৰ শেষ হৈছে। সমগ্ৰ বাহিৰ জগতখন এক শংকিত প্ৰশান্তিত বুৰ গৈছে—শশাংকৰ হাতৰ ঘড়ীটোৱে টিক্‌টিক্ কৰি এটা মৃদু শব্দ কৰি সময় যোৱাৰ সংহাৰি দিছে।

কোঠাটো এটা দীৰ্ঘ নিশ্বাসৰ উষ্ণতাৰে বেদনাগধুৰ হৈ উঠিছে।

"মোৰ জীৱনৰ কথানো আপুনি কিয় জানিবলৈ বিচাৰিছে ?"

"স্বাৰ্থ আছে। তোমাক অপদস্থ কৰিবৰ কাৰণে নহয়—"

"যদি কথাবোৰ আপোনাৰ অকণো ভাল নেলাগে—"

"তাৰ বাবে তুমি চিন্তা কৰিব নেলাগে। মই তোমাৰ সকলো কথা জানিবলৈ বিচাৰোঁ।"

"হেমিদোৰৰ কথা বিশ্বাস হোৱা নাই ?"

"তোমাক এষাৰ কথা ক'লে তুমি বিশ্বাস কৰিবা অপৰা ?"

"কওকচোন—"

"মই তোমাক সৰুৰেপৰা চিনি পাওঁ—"

"সৰুৰেপৰা ?"

"ওঁ। তোমাৰ নিশ্চয় মনত নাই। আমাৰ ঘৰৰপৰা তোমালোকৰ ঘৰৰ দূৰত্ব এমাইলো নহয়। তুমি মোতকৈ চাৰি-পাঁচ বছৰৰ সৰু আছিলানেকি জানো—"

অপৰাই লক্ষ্য কৰিলে যে কোঠাৰ ভিতৰৰ লাইট জ্বলি থকা নাই যদিও পাছফালৰ বাৰাণ্ডাত জ্বলি থকা জিৰ' পাৱাৰৰ লাইট-টোৰ দুৰ্বল পোহৰৰ ৰেখা কিছুমান স্কাই-উইণ্ডোদি সৰ্বাকি কোঠাটোৰ ভিতৰলৈকে আহিছে। পোহৰৰ আভাসহে আছে, পোহৰ নাই।

"মোৰ একো মনত নাই—" অপৰাই ক'লে।

"মোৰো স্পষ্টকৈ অন্য কথাবোৰ মনত নাই। সৰুতে তুমি কেনেকুৱা আছিলা, মই কেনেকুৱা আছিলোঁ, চেষ্টা কৰিও ভালকৈ মনত পেলাব নোৱাৰোঁ।"

"তাৰ পিছত কি হ'ল ?"

"এটা কথা মনত মোৰ স্পষ্টভাৱে আছে।"

শেষ হোৱা চিগাৰেটৰ মূৰটো এছ-ট্ৰেত থৈ আন এটা চিগাৰেট জ্বলাবৰ কাৰণে লাইটাৰটো জ্বলাই শশাঙ্কই নিচেই কাষতে থকা অপৰাৰ মুখলৈ চালে।

চিন্তিতভাৱে তলমূৰ কৰি তেওঁ বহি আছে, যেন হেৰাই যোৱা শৈশৱৰ বুকুলৈ ঘূৰি যাবৰ এটা বিফল প্ৰয়াস কৰিছে।

"কওক—" যান্ত্ৰিকভাৱে অপৰাই ক'লে।

"কথাবোৰ খেলিমেলি হৈ যায়। কোনটো আগে আৰু কোনটো পিছে ঘটিছিল সঠিক মনত নাই। কিন্তু মনত আছে, দুটা ঘটনা প্ৰায় একে সময়তে অগাপিছাকৈ ঘটিছিল—সেয়া মনত আছে।" অলপ বৈ ক'লে।

"তোমাৰ একো কথা মনত নাই?"

"মনত নপৰে—"

"মোৰ মনত পৰে, মাজে মাজে পৰে, মাজে মাজে পাহৰি থাকোঁ!"

"কি কথানো?"

"তোমাৰ চকুটো কেনেকৈ বেয়া হ'ল কোনেও, তোমাৰ মায়ো তোমাক কোনোদিন কোৱা নাইনে?"

"সৰুতে খেলি থাকোঁতে কিবা এটা আহি চকুত লাগিছিল। তাৰপৰাই মোৰ চকু হেনো বেয়া হ'ল।"

শশাংকই ক'লে, "সেইদিনা কিজানি দেওবাৰ আছিল। আমাৰ ঘৰৰ ওচৰৰ স্কুলৰ আগৰ ফিল্ডখনতে আমি সৰু ল'ৰা-ছোৱালী এগালে খেলি আছিলোঁ। সেইটো স্কুলত ল'ৰাই ছোৱালীয়ে একেলগে পঢ়িছিল।

আমি কেইটামান ল'ৰাই টাংগুটি খেলিছিলোঁ। ছোৱালীকেইজনীয়ে ওচৰতে আন কিবা খেলি আছিল। হঠাৎ এজনী ছোৱালীয়ে চিৎকাৰ কৰি চকুটো হেঁচা মাৰি ধৰি মাটিতে বাগৰি পৰিছিল।"

শশাংকই যেন এখন ছায়াছবিৰ কাহিনী বৰ্ণাই গৈছিল—মনৰ মাজৰ পৰা এখন এখনকৈ ছবি উলিয়াই উলিয়াই।

সৰু মাতেৰে শশাংকই ক'লে, "সেই সৰু ছোৱালীজনীৰ নাম আছিল অপৰা—অপৰাজিতা বৰুৱা আৰু যাৰ টাংগুটিয়ে সেই

'ছোৱালীজনীৰ এটা চকু চিৰজীৱনৰ কাৰণে নষ্ট কৰি দিছিল, সেই ল'ৰাটোৰ নাম আছিল—"

অপৰাই অস্পষ্ট পোহৰৰ মাজেদিয়ে শশাঙ্কৰ মুখলৈ চালে।

"ওঁ, তাৰ নাম শশাঙ্ক—শশাঙ্ক চৌধুৰী!"

কেতিয়া যে অপৰাৰ হাত এখন শশাঙ্কই নিজৰ হাতৰ মাজত সুমাই লৈছিল এজনেও গম পোৱা নাছিল। শশাঙ্কৰ কাষত যেন কান্দি থকা এজনী আজলী সৰু ছোৱালী আৰু তাইৰ কাষত এটা ভয়ার্ত, অপৰাধী সৰু ল'ৰা।

"এইবোৰ কথা মোক আজিলৈকে কোনেও কোৱা নাই—" ভালেমান পৰৰ মূৰত অপৰাই ক'লে।

"নকয়। এইবোৰ কথা মানুহে লুকুৱায়। এজনী দৰিদ্ৰ গাভৰু-বিধৱাৰ একমাত্ৰ কন্যা সন্তানৰ এটা চকু যেতিয়া ধনী উকিল এম. এল. এ. মন্মথ চৌধুৰীৰ সৰু পুতেকে টাংগুটি মাৰি নষ্ট কৰি দিয়ে, তেতিয়া সেই কথাত কোনেও গুৰুত্ব দিয়াৰ প্ৰয়োজন বোধ নকৰে।"

"তাৰ পিছত কি হ'ল?"

"এজনী ধুনীয়া ছোৱালীয়ে চিৰদিনৰ কাৰণে এটা চকু হেৰুৱালে, ছোৱালীজনী ঘৃণীয়া হ'ল। এইবাবে কাৰো দুখ নেলাগিল। দেউতা তেতিয়াও 'মিনিষ্টাৰ হোৱা নাই, কিন্তু তেওঁ তেতিয়া এজন নামকৰা উকিল আৰু এজন এম. এল. এ। তেওঁ দুখীয়া বিধৱা গৰাকীক ক্ষতিপূৰণ দিয়াৰ কথা নেভাবিলে। মানুহক দেখুৱাই মোক ডাবি-ধৰ্মকি দিলে, দুথাপৰমান মাৰিও দেখুৱালে আৰু ছোৱালীজনীক নি হস্পিতালত থৈ আহিল।"

ভাষাত আবেগ, উষ্ণতা আৰু ক্ৰোধ সানি শশাঙ্কই কথাবোৰ কৈ গৈছিল আৰু তন্ময় হৈ অপৰাই নীৰৱে কথাবোৰ শুনি গৈছিল।

"তোমাৰ হয়তো বিশ্বাস কৰিবলৈ টান লাগিব অপৰা, কিন্তু অনিচ্ছা-সত্ত্বেও এটা বেয়া কাম কৰি মোৰ তেতিয়াই, সেই সৰু

কালতে, এটা অনুশোচনা হৈছিল। মই বৰ বেজাৰ পাইছিলোঁ, বৰ দুখ লাগিছিল মোৰ, ভয়ো লাগিছিল। নিজকে এক অক্ষমণীয় অপৰাধৰ অপৰাধী বুলি ভাবিছিলোঁ। কিন্তু ইচ্ছা থকা সত্ত্বেও মই আৰু তোমাক দেখা কৰি, তোমাৰ চকুটোৰ কি হ'ল খবৰ কৰি, তোমাক এষাৰ কথা কৈ সান্ত্বনা দিয়াৰ বা ক্ষমা খোজাৰ সুযোগ নেপালোঁ।"

"কিয় ?"

"মোক তোমালোকৰ ঘৰলৈ যাবলৈ মানা কৰি দিছিল আৰু তোমাৰ চকুৰ ঘা ভাল হৈ যোৱাৰ পিছত তুমি যেতিয়া আকৌ স্কুললৈ অহা-যোৱা কৰিবলৈ ললা, তেতিয়া তোমাকো আমাৰ ঘৰলৈ আহিবলৈ বা মোৰ লগত খেলা-ধূলা কৰিবলৈ মানা কৰি দিছিল।

"মোৰ মনটো বিদ্ৰোহী হৈ উঠিছিল। দেউতাৰ প্ৰতি আৰু আমাৰ অভিজাত পৰিয়ালটোৰ প্ৰতি তেতিয়াই মোৰ মনত এটা বিতৃষ্ণা আৰু বিদ্ৰোহৰ ভাব সাৰ পাই উঠিছিল। তেতিয়াই মই ভালকৈ নুবুজাকৈয়ে এটা সাংঘাতিক প্ৰতিজ্ঞা কৰি পেলাইছিলোঁ।"

"প্ৰতিজ্ঞা কৰিছিল, কি প্ৰতিজ্ঞা ?"

প্ৰশ্নটো শুনি যেন শশাংক চুপ হৈ গ'ল। শশাংকৰ মাতটো হঠাৎ তেনেই সৰু হৈ গ'ল। বৰ দুৰ্বল আৰু অসহায়ভাৱে শশাংকই ক'লে, "কিন্তু সেই প্ৰতিজ্ঞা মই ৰাখিব নোৱাৰিলোঁ। তুমি হয়তো ক'বা, বাৰ-তেৰ বছৰীয়া এটা কিশোৰৰ ল'ৰালি কালৰ প্ৰতিজ্ঞাৰ কোনো মূল্য নাই। কিন্তু সেই প্ৰতিজ্ঞা মোৰ কাৰণে জীয়াই থাকিবৰ কাৰণে লোৱা সংকল্পৰ সমানেই আছিল।"

"কি আছিল সেই প্ৰতিজ্ঞা ? ক'ব ?"

"আজি আৰু সেই প্ৰতিজ্ঞাৰ কথা কৈ লাভ নাই। মই দুগুণে অপৰাধী, প্ৰতিজ্ঞা-ভঙ্গৰ অপৰাধতো মই অপৰাধী—"

শশাংকক অপৰাৰ এটা অসহায় সৰু ল'ৰা যেন লাগিল। বাহিৰে দেখাত ইমান সুঠাম, বলিষ্ঠ, নিৰ্ভীক এজন ডেকা মানুহৰ বুকুৰ

ভিতৰখনত ইমানবোৰ দুখ-দুৰ্ভাগ্যৰ যন্ত্ৰণা সোমাই আছে বুলি কল্পনাও কৰিব নোৱাৰি।

হঠাৎ শশাংকই ক'লে, "মোৰ পিয়াহ লাগিছে, এগিলাচ পানী খাম অপৰা—"

অপৰা নীৰৱে বহাৰ পৰা উঠিল, লাইটটো জ্বলালে আৰু জগটোৰ পৰা এগিলাচ পানী বাকি শশাংকক দিলে। শশাংকৰ মুখলৈ চাই তেওঁ দেখিলে তেওঁ ঘামি গৈছে। তেওঁৰ চকু দুটা জলমলাই উঠিছে, তেওঁৰ গাল-মুখ ৰঙা পৰিছে।

পানীগিলাচ প্ৰায় একে শোহাই পি খাই শশাংকই অপৰাক গিলাচটো দিলে আৰু বহাৰপৰা উঠিল।

খিৰিকি এখন খুলি দিলে শশাংকই। বাহিৰৰ এজাক শীতল বতাহ কোঠাৰ ভিতৰলৈ সোমাই আহিল। খিৰিকিৰ কাষত বৈ শশাংকই পূবৰ আকাশখনৰ ফালে চালে। অপৰা কিন্তু একে ঠাইতে থিয় দি বৈ থাকিল।

বাহিৰৰ ফালে চাই থাকিয়ে শশাংকই ক'লে, "আজি আৰু আমাৰ শোৱা নহবই কিজানি!"

লাইটটো অপৰাই নুমাই দিলে আৰু শশাংকৰ কাষলৈ আহি কাষত থিয় হৈ ক'লে, "আৰু মোক একো কথা ক'ব নেলাগে। এতিয়া মই সকলো বুজিছোঁ। আহক, আপুনি শুই থাককহি। ৰাতি আৰু বেছি নাই—"

শশাংকই ক'লে, "টোপনি নোযোৱাকৈ মোৰ বহুত ৰাতি গৈছে। আজি এটা ৰাতি নুশুলে মোৰ একো নহয়।"

"কিন্তু নুশুই এতিয়া আপুনি কি কৰিব খুজিছে?"

"আৰু অলপ পিছতে মই তোমাৰ কাষৰপৰা যামগৈ, কিন্তু—"

অপৰা শশাংকৰ গাৰ আৰু কাষ চাপি আহিল আৰু তেওঁৰ বাওঁহাতখন নিজৰ হাতত লৈ ক'লে, "মোৰ মনত কি ভাব হৈছে জানে?"

"হুঁ ?"

"মোৰ মনত লাগিছে যেন মই আপোনাক এবাৰ ককাইদেউ বুলি মাতিম—"

শশাংকই অপৰাৰ ফালে ঘূৰি নোচোৱাকৈয়ে ক'লে, "সেইবুলি মতাৰ বাহিৰে আৰু অন্য একো সম্বন্ধেৰে মতাৰ উপায় আজি আৰু তোমাৰ নাই অপৰা—"

দুয়ো অনুভৱ কৰিলে যেন লাইট নথকাকৈয়ে কোঠাটো হঠাৎ বহুত পোহৰেৰে ভৰি পৰিছে। চাৰিটা দিন আৰু চাৰিটা ৰাতিৰ সকলো শংকা, সন্দেহ, ভয়, অনিশ্চয়তা যেন নোহোৱা হৈ গৈছে। অপৰাৰ জীৱনৰ যেন পৰম আৰু চৰম জয়লাভ হৈছে।

খিৰিকিখন খোলাকৈয়ে ৰাখি শশাংক আঁতৰি আহিল আৰু বিছনাখনত নবহি বেতৰ হেলনীয়া চকীখনতে বহিল। পিছত শশাংক আহি বিছনাতে অপৰাৰ ওচৰতে শান্তভাৱে বহিলহি।

"তোমাক মোৰ আৰু বহুত কথা ক'বলৈ বাকী আছে অপৰা—বৰ দুখৰ, বৰ লাজৰ আৰু বৰ অশ্লীল কথা, জঘন্য কথা। কিন্তু সকলো মই তোমাক ক'ম, কৈ যাম। তাৰ আগতে যদি বেয়া নোপোৱা; নিৰঞ্জনৰ লগত তোমাৰ কেনেকৈ বিয়া হ'বলৈ পালে সেই কথা ক'বা জানো ?"

"ইমান দিনৰ মূৰত সেইবোৰ কথা জানি কি লাভ হ'ব ?"

"জনাৰ মোৰ দৰকাৰ আছে, কাৰণ নিৰঞ্জন মোৰ বন্ধু। আৰু তোমাৰ জীৱনৰ সকলো কথাই মই জানিবলৈ বিচাৰোঁ।"

"সেই কাহিনীও অকণো সুখৰ নহয়।"

"হওক, মানুহৰ জীৱনৰ সঁচা কাহিনীবোৰ কাহানিও সুখৰ নহয়।"

"কিন্তু সকলো সঁচা কথা মই আপোনাক কেনেকৈ ক'ম ?"

"কিয় ?"

"মোৰ জীৱনত সেই কথাবোৰো বৰ দুখৰ, বৰ লাজৰ, বৰ অশ্লীল কথা।"

"কিন্তু সেই কথাখিনিকে শুনিবৰ কাৰণেই যে মই ইমান দূৰ আহি তোমাৰ ঘৰত আছোঁহি, সেই কথা জানো আৰু বুজাই ক'ব লাগিব ?"

আন্ধাৰতে শশাংকৰ অস্পষ্টভাৱে দেখা পোৱা মুখখনৰ ফালে চাই লাজ, ভয় আৰু সংকোচেৰে সৰু সৰুকৈ অপৰাই নিজৰ জীৱনৰ এটা আনৰ সম্পূৰ্ণ অজ্ঞাত অধ্যায়ৰ কথা শশাংকৰ আগত কৈ গ'ল ঃ

......নিজৰ বিষয়ে অপৰা যিমানে সচেতন হৈ আহিছিল, সিমানে বুজি উঠিছিল যে এজনী ছোৱালীৰ কাৰণে এটা চকু হেৰুওৱাটো এক অপূৰণীয় ক্ষতি। ক্ৰমে গাভৰু হৈ অহা এজনী ছোৱালীৰ দৈহিক সৌন্দৰ্যৰ পূৰ্ণতাত এক মচিব নোৱাৰা কদাকাৰ কালিমা। বিধৱা মাক আৰু জীয়েক দুয়ো লগ লাগি এই কালিমাৰ পৰা আনৰ চকু আঁতৰাই ৰাখিবৰ কাৰণে অপৰাক নৃত্য, গীত, অভিনয়ত পাৰদৰ্শী কৰি তুলিবৰ সাধনা কৰিলে। এনে সময়তে মৃগাংকৰ লগত অপৰাৰ চিনাকি আৰু ঘনিষ্ঠতা হৈছিল আৰু মৃগাংকয়ে অপৰাক ধ্বংসৰ পথত প্ৰথম খোজ দিয়াত সহযোগী হৈ পিছত আত্মগোপন কৰিলে। মৃগাংকক কিন্তু অপৰাই ভাল পাই পেলাইছিল আৰু মৃগাংকৰ কাৰ্যক অপৰিণত বয়সৰ দোষ বুলি ক্ষমা কৰাৰ যুক্তি বিচাৰিছিল। অপৰাৰ মাকে কিন্তু মুখ খুলি একো নক'লেও অপৰাৰ দুৰ্ভাগ্যক তেওঁৰ জীৱনৰ চৰম পৰাজয় বুলি ধৰি লৈছিল আৰু ইয়াৰ পিছৰপৰা তেওঁৰ স্বাস্থ্য বেয়া হৈ আহিবলৈ ধৰিছিল।

মাকৰ এই অসহায় অৱস্থাত অপৰাই নাচ-গান-থিয়েটাৰৰ পৰা নিজক কিছু আঁতৰাই আনি দেশৰ কাম কৰাত লগাৰ চেষ্টা কৰিছিল। এনে সময়তে অপৰাৰ চিনাকি হৈছিল এজন বিপ্লৱী দেশকৰ্মী নিৰঞ্জনৰ লগত। নিৰঞ্জনে গতানুগতিক কথা নকৈ

একেবাৰে নতুন কথা কৈছিল, ডেকাচামৰ ল'ৰা-ছোৱালীবোৰ উদ্বুদ্ধ আৰু অনুপ্ৰাণিত হৈছিল নিৰঞ্জনৰ কথা আৰু কাৰ্যত। কেৱল ভাৰততে নহয়, সমগ্ৰ এচিয়াত এক বৌদ্ধিক বিপ্লৱৰ আঁচনি দাঙি ধৰিছিল নিৰঞ্জনে।

গুৱাহাটীৰ ৰাজনৈতিক জীৱনত নিৰঞ্জনৰ নিচিনা নতুন নেতাক স্বাগত জনাবলৈ পোৱাটোক সকলোৱে উল্লেখযোগ্য কথা বুলি গণ্য কৰিছিল।

শশাংক তেতিয়া গুৱাহাটীত নাছিল। শশাংক নামে কোনোবা মানুহ ক'ৰবাত আছে বুলিও অপৰাই নেজানিছিল। অপৰাই তেতিয়া গতি বিচাৰিছিল, নিজৰ অৱৰুদ্ধ আত্মাক মুক্তি দিবলৈ বিচাৰিছিল। সংস্কৃতি-জগতত সোমাই প্ৰথম যৌৱনৰ আত্মবিকাশৰ সৌভাগ্যক নিষ্ঠুৰ অপমান কৰি অপৰা সচেতন হৈ পৰিছিল। কিন্তু তেতিয়াও মৃগাংকৰ প্ৰতি অপৰাৰ মনত ভালপোৱাৰ বাহিৰে অন্য ভাব-অনুভূতিয়ে ঠাই লোৱা নাছিল। অপৰাই বুজি পাইছিল যে প্ৰধানতঃ আত্মৰক্ষা কৰিবৰ কাৰণেই মৃগাংকই ফাকিৰ আশ্ৰয় লৈছিল আৰু অসংযমৰ পৰিণতি স্বৰূপে তেওঁলোকৰ প্ৰথম প্ৰেমৰ এক অবাঞ্ছনীয় সমাপ্তি ঘটিছিল যদিও সি কেৱল কামনা নাছিল, জীৱনৰ শ্ৰেষ্ঠতম অনুভূতিৰ নিৰ্ভেজাল উন্মাদনা তাত আছিল। তদুপৰি মৃগাংকৰ সেই প্ৰণয়-গভীৰ প্ৰতিশ্ৰুতিবিলাককো অপৰাই সহজে অবিশ্বাস কৰিবলৈ টান পাইছিল। কিন্তু ক্ৰমে এই কথা অপৰাই বুজি উঠিছিল যে মৃগাংক আৰু তেওঁৰ মাজত এক বহল ব্যৱধান আছে—মৃগাংক এজন বিখ্যাত মন্ত্ৰীৰ ল'ৰা ; মৃগাংকৰ ধন আছে, প্ৰভাৱ-প্ৰতিপত্তি আছে—উজ্জ্বল ভৱিষ্যত আছে। মৃগাংকক অপৰাই সামাজিকভাৱে নিজৰ কৰি পোৱাৰ আশা অতি ক্ষীণ। আৰু তাৰ পিছত যেতিয়া কেইবাখনো চিঠি লিখিও মৃগাংকৰ পৰা কোনো উত্তৰ নেপালে, তেতিয়া তেওঁ মৃগাংকৰ আশা বাদ দিয়াৰ সিদ্ধান্ত কৰিলে। আনহাতে মাকেও এইবাৰ অপৰাক

দৃঢ়ভাৱে সতৰ্ক কৰি দিলে যে মৃগাঙ্কৰ নিচিনা চঞ্চল আৰু দায়িত্বহীন ডেকাৰ লগত দেহ-মনৰ ধেমালি কৰা মানে নিজৰ বৰ্তমান আৰু ভৱিষ্যতক লৈ জুৱা খেলা। মাকৰ সতৰ্ক-বাণীৰ সত্যতা অপৰাই জীৱনৰ তিক্ত অভিজ্ঞতাৰে উপলব্ধি কৰিছিল।

কিন্তু নিৰঞ্জনৰ সান্নিধ্যলৈ আহি অপৰাই এক নতুন অভিজ্ঞতা লাভ কৰিলে। নিৰঞ্জন জ্ঞান-বুদ্ধিত বয়সস্থ হ'লেও অনুভূতিত এজন ডেকা মানুহ। তেওঁ আদৰ্শবাদী বিপ্লৱী হ'লেও যৌৱনৰ ধৰ্মক অস্বীকাৰ কৰিবলৈ তেওঁ প্ৰস্তুত নহয়। ভাব-সম্পদত তেওঁ ঐশ্বৰ্যশালী হ'লেও আৰ্থিকভাৱে দুখীয়া। কিন্তু মানুহজন বৰ স্বাধীনমনা আৰু আত্মবিশ্বাসী।

প্ৰথমে নিৰঞ্জনে অপৰাক আদৰ্শ জগতৰ সহযোগী হিচাপে বিচাৰিছিল,-পিছত বিচাৰিলে জীৱনৰ সহচৰী হিচাপে।

অপৰা অভিভূত হ'ল, কিছু বিস্মিতো হ'ল,—নিৰঞ্জনৰ নিচিনা এজন ডেকাক আকৰ্ষণ কৰি জয়ী হ'ব পৰা দেখি। অপৰাই বুজিলে নিৰঞ্জন অত্যন্ত সৰল। এই মানুহজনক প্ৰবঞ্চনা কৰাটো পাপ হ'ব। তথাপি নিজৰ স্বাৰ্থতে নিৰঞ্জনক হেৰুওৱাৰ ভয়ত, কওঁ কওঁ বুলিও অপৰাই নিজৰ জীৱনৰ গোপন কথাখিনি নিৰঞ্জনক ক'ব নোৱাৰিলে।

স্বৰ্ণলতাৰ স্বাস্থ্য দিনকদিনে পৰি আহিছিল আৰু তেওঁ বৰ আশাৰে অপৰাৰ চকুলৈ চাইছিল। অপৰাই এই সম্পৰ্কত কি সিদ্ধান্ত কৰে জানিবৰ কাৰণে মাকৰ মনত অসন্তুষ্টি দিয়াৰ ইচ্ছা অপৰাৰ নাছিল। কিন্তু এখন প্ৰতিকূল পৃথিবীত মাকক সম্পূৰ্ণ অকলশৰীয়া কৰি নিজে আঁতৰি যাবলৈকো অপৰাৰ টান লাগিছিল।

ইয়াৰ সমাধান নিৰঞ্জনেই কৰি দিছিল। গুৱাহাটীত থাকে মানে অপৰাক লৈ নিৰঞ্জন তেওঁৰ শাহুৱেকৰ লগতে থাকিব আৰু অন্যফালে ক'ৰবালৈ গ'লেও তেওঁক লগতে লৈ যাব।

স্বৰ্ণলতাই কিন্তু ইমানটো আশা কৰা নাছিল। যি কোনো

উপায়ে অপৰাক বিয়া দিব পৰাটোৱেই আছিল তেওঁৰ একমাত্র চিন্তা। নিৰঞ্জনে তেওঁৰ সেই আশা পূৰ্ণ কৰিলে।

এই সময়ছোৱাতো অপৰাই শশাঙ্কৰ বিষয়ে একো কথা জনা নাছিল আৰু মৃগাংক অথবা নিৰঞ্জন কোনোৱেই শশাঙ্কৰ কথা কোনো কাহানিও অপৰাক কোৱা নাছিল।

বিয়াৰ ডেৰ বছৰৰ পিছত অপৰাৰ মাকৰ মৃত্যু হৈছিল আৰু তাৰ পিছত কাৰ্যক্ষেত্র সলনি কৰি নিৰঞ্জনে গুৱাহাটীৰ পৰা গুচি আহিছিল।.....

এটা দীঘল কাহিনী চমুকৈ কৈ অপৰাই যেতিয়া শেষ কৰিছিল, তেতিয়া শশাংকই এটা নিস্পৃহ শুকান মাতেৰে সুধিছিল, "বিবাহিত জীৱনত তুমি সুখী হৈছা ?"

অপৰা কিছু সময় মনে মনে থাকিল। কথাটোৰ যেন এটা সঁচা উত্তৰ বিচাৰিলে। তাৰ পিছত ক'লে, "বিয়াৰ তিনি বছৰমানৰ পিছলৈকে আমি বেছ মিল আৰু সুখেৰেই কটাইছিলোঁ। কিন্তু তাৰ পিছত ভাবপ্রৱণতাৰ ফলত মই এটা মাৰাত্মক ভুল কৰিলোঁ।"

"কি কৰিলা ?"

"এদিন ৰাতি, এই আজি আপুনি আৰু মই বহি কথা পাতি থকাৰ দৰে তেখেতে মেয়ে বহি অতি নিবিড় আৰু অন্তৰঙ্গভাৱে কথা পাতি আছিলোঁ। আমি দুয়ো ইজনে সিজনক নিজৰ নিজৰ অতীত কাহিনী কৈছিলোঁ। মাজতে এক অসতৰ্ক মুহূৰ্তত মই খোলা-খুলিকৈয়ে মৃগাংকৰ লগত হোৱা মোৰ সম্পৰ্ক আৰু তাৰ ফলত হোৱা মোৰ স্খলনৰ কথা সকলো তেখেতক কৈ দিলোঁ। মোৰ কথা শুনি তেখেতে এনেকুৱা মৰ্মান্তিক আঘাত পালে যে তেতিয়াৰ পৰা তেখেতৰ মুখৰ হাঁহি নোহোৱা হ'ল। তেখেতৰ সকলো উদ্যম আৰু কৰ্মশক্তিও লোপ পোৱা যেন হ'ল। সকলো কথাতে নিস্পৃহ আৰু উদাসীন হৈ পৰিল। সেই সময়তে কংগ্রেছৰ সভাপতি হাজৰিকাই তেখেতক কংগ্রেছ অফিচতে চাকৰি দি সুমুৱাই ললে।"

"তোমাৰ সেইবোৰ কথা নিৰঞ্জনক কিয় ক'লা ?"

"আজিও মই ভালকৈ বুজিব পৰা নাই কিয় ক'লোঁ ! যি কথা মা, মৃগাংক আৰু মোৰ বাহিৰে আন কোনেও নেজানিছিল, সেই কথা তেখেতক কেলেই ক'বলৈ গ'লোঁ মই ভাবি নেপাওঁ। হয়তো মোৰ পাপৰ স্বীকাৰোক্তি কৰি মই তেখেতৰ সম্পূৰ্ণ বিশ্বাস আৰু আস্থা লাভ কৰিবৰ যত্ন কৰিছিলোঁ। হয়তো বিয়া হ'ল যদিও মই প্ৰকৃততে তেতিয়াও মৃগাংকক ভাল পাই আছিলোঁ আৰু সেইবাবেই হয়তো তেওঁক সেই অশ্লীল গোপন কথা কৈ দি মই কিবা এটা অদ্ভুত তৃপ্তি পাবৰ চেষ্টা কৰিছিলোঁ, মই নেজানো।"

"প্ৰকৃততে নিৰঞ্জনক তুমি সমগ্ৰ অন্তৰ দি আজিও ভাল পাব পৰা নাই, নহয় ?"

"অন্তৰৰ ওপৰত যদি মই সম্পূৰ্ণ অধিকাৰ বিস্তাৰ কৰিব পৰা নাই মই কি কৰিম বাৰু ? কিন্তু মোৰ দেহাটোতো মই সম্পূৰ্ণ তেওঁৰ কাষত সমৰ্পণ কৰিছোঁ—"

"নিৰঞ্জন কিজানি দেহাৰ ভুকীয়া নহয় ?"

"সেই কথাও মই বিশ্বাস কৰিব নোৱাৰোঁ। দৈহিক আকৰ্ষণৰ মাজেদিহে তেখেত মোৰ কাষ চাপিছিল।"

"পিছত ?"

"মৃগাংকৰ লগত মোৰ অবৈধ সম্পৰ্কৰ কথা জনাৰ পিছৰপৰা ক্ৰমে মোৰ দেহাৰ প্ৰতিও তেওঁৰ আকৰ্ষণ নোহোৱা হৈ আহিল। এতিয়া আমি দুয়ো মাথোন একেলগে থাকোঁ। আমাৰ মাজত কায়িক, মানসিক কোনোৰকমৰে সম্পৰ্ক নোহোৱাৰ নিচিনা হৈ আহিছে।"

এনেকুৱা স্পষ্ট উক্তিৰ পিছত শশাংকৰ আৰু একো সুধিব-লগীয়া নাই যেন লাগিল।

শশাংকই নীৰৱে থাকি অপৰা আৰু নিৰঞ্জনৰ অদ্ভুত সম্পৰ্কটোৰ কথাকে চিন্তা কৰিবলে। ঘৰ এখন থাকিও অপৰাৰ প্ৰকৃত অৰ্থত

ঘৰ এখন নাই। নিৰঞ্জনৰো একেই কথা। অপৰাৰ সকলো কথা নিৰঞ্জনে জানে। মৃগাংকৰ লগত থকা অপৰাৰ অতীতৰ সম্পৰ্কৰ কথা তেওঁ যিদৰে জানে, সেইদৰে বৰ্তমানৰ কথাও নজনা নহয়। অপৰা নিজৰ খুছী-খেয়াল মতে চলি ফুৰে। তেওঁৰ সমগ্ৰ সত্তাৰ মাজত ব্যাপ্ত হৈ থাকিলেও, অপৰা নিৰঞ্জনৰ জীৱনত নাই। অপৰাৰ গতিবিধিক নিৰঞ্জনে কোনো দিন হকা-বধা কৰা নাই। আৰু অপৰায়ো যেন নিৰঞ্জনৰ প্ৰতি কোনো বিশেষ দায়িত্ব তেওঁৰ নাই বুলিয়ে ধৰি লৈছে। অপৰা তেওঁৰ লগত নেথাকক, প্ৰকৃতাৰ্থত অপৰা তেওঁৰ হৈ নেথাকক, তথাপি 'অপৰা মোৰ'—এই সান্ত্বনাই তেওঁৰ জীয়াই থকাৰ এক অৱলম্বন। অপৰা নেথাকিলে তেওঁ বৰ অসহায় অনুভৱ কৰে, কিন্তু অপৰা থাকিলেও তেওঁ প্ৰাণৰ এক কৰুণ নিঃসঙ্গতাৰ বেদনা উপলব্ধি কৰে।

অপৰা যেন নিৰঞ্জনৰ কাৰণে এক ৰুগ্ন হৃৎপিণ্ড, ৰুগ্ন হ'লেও সেয়ে তেওঁৰ জীৱনৰ অৱলম্বন।

এই সকলোবোৰ কথা জানো অপৰাই নুবুজাকৈ আছে? এই যান্ত্ৰিক সম্পৰ্কই জানো অপৰাক অশান্তি দিয়া নাই? নিৰঞ্জনক সুখী কৰাৰ, নিৰঞ্জনৰ মনৰ মাজত কোনো উচ্চ আকাংক্ষা জগাই তোলাৰ কোনো দায়িত্ব জানো অপৰাই কাহানিও উপলব্ধি নকৰে? নিৰঞ্জনৰ প্ৰতি কোনোৰকমৰ দায়িত্ববোধ উপলব্ধি নকৰেই যদি অপৰা নিৰঞ্জনৰ লগত আছে কিয়?

নিৰঞ্জনৰ পৰাজিত আত্মাই বিদ্ৰোহৰ কথাই নাই, প্ৰতিবাদ কৰাৰ শক্তিও হেৰুৱাই পেলাইছে নেকি? এটা ৰাজনৈতিক অনুষ্ঠানৰ কেৰাণী হিচাপে নিৰঞ্জনে দেশসেৱা, কৰ্তব্যনিষ্ঠা, সততা, ত্যাগ আদিক খামুচি ধৰি থাকি, তেওঁৰ পৰাজয়ৰ দুখ লুকাই ৰাখিবৰ চেষ্টা কৰিছে নেকি? কিবা ফাইল একোটা চকুৰ আগত মেলি লৈ, দৃষ্টিহীন চাৱনিৰে বাহিৰলৈ চাই থাকি কেতিয়াবা অফিচত অকল-শৰে বহি থাকে নিৰঞ্জন খাউণ্ড। কি চিন্তা কৰে নিৰঞ্জনে? উৱলি

যোৱা এখন সমাজৰ কথা ? ভাগি থানবান হ'ব ধৰা এটা ৰাজনৈতিক অনুষ্ঠানৰ কথা ? ক'ব যেন এক অদৃশ্য নিষ্ঠুৰ শক্তিয়ে নিৰঞ্জনৰ পৰা তেওঁৰ ব্যক্তিত্ব, তেওঁৰ পৌৰুষ, তেওঁৰ আকাংক্ষা—সকলো কাঢ়ি লৈ গৈছে ! তেওঁৰ জীৱনলৈ নামি অহা এই খহনীয়াক ৰোধ কৰাৰ কোনো শক্তি, কোনো উপায় যেন আজি তেওঁৰ নাই ।

অপৰাৰ লগত হোৱা সম্পৰ্কৰ বিপৰ্যয়েই জানো নিৰঞ্জনক এনে নিৰুদ্যম আৰু নিস্পৃহ কৰি তুলিছে, নে দেশব্যাপী মূৰ দাঙি উঠা ৰাজনৈতিক আৰু সামাজিক অৱক্ষয়ে তেওঁৰ উদ্যম-উদ্যোগ সকলো নোহোৱা কৰি পেলাইছে ? জীৱনৰ স্বপ্ন আৰু আদৰ্শৰ অপমৃত্যুৱেই নিৰঞ্জনৰ মাজৰ নিঃস্বাৰ্থ কৰ্মক্ষম দেশপ্ৰাণ ডেকা মানুহটোক মাৰি পেলালে নেকি ?

শশাংকই এবাৰ অপৰাৰ ফালে চালে । নিজৰ চিন্তাত মগ্ন হৈ এটা নিশ্চল শিলামূৰ্তিৰ দৰে অপৰা বহি আছে । এই মুহূৰ্তত অপৰা যেন শশাংকৰ পৰা হেজাৰ যোজন দূৰত আছে ।

ৰাতি প্ৰায় শেষ হৈ আহিছিল । ক'ৰবাত কুকুৰাই ডাক দিবলৈ আৰম্ভ কৰিছিল । পূবৰ আকাশৰ ভোটা তৰাটো অকলশৰে উজ্জ্বল হৈ জিলিকি আছিল । বতাহজাক আৰু চেঁচা আৰু গধূৰ হৈ পৰিছিল ।

শশাংকই ক'লে, "ইয়াৰ বাবেও ময়ে জগৰীয়া অপৰা ।"

"আপুনি ? আপুনি কিহৰ বাবে জগৰীয়া ?"

"সেই কথাও দুখ আৰু লজ্জাৰ । তেজপুৰত নিৰঞ্জন আছিল মোৰ অতি অন্তৰঙ্গ বন্ধু । মই গুৱাহাটীৰ ঘৰবপৰা গুচি গৈ মোমাইদেউহঁতৰ ঘৰত থাকি পঢ়িছিলোঁ তেতিয়া । কিয় ঘৰৰপৰা গুচি গৈছিলোঁ সেই কথাও তোমাক মই ক'ম । তেতিয়াই মই মোৰ মনৰ সংকল্পৰ কথা নিৰঞ্জনক কৈছিলো ।"

"কি সংকল্পৰ কথা ?"

"তোমাৰ চকু এটা বেয়া হোৱাৰ বাবে ময়েই দায়ী বুলি

যেতিয়া মোৰ একান্ত বিশ্বাস হৈছিল, তেতিয়া মই মনে মনে প্ৰতিজ্ঞা কৰিছিলোঁ যে আন কোনেও যদি তোমাক বিয়া নকৰায়, ময়ে তোমাক বিয়া কৰাম। অৱশ্যে বিয়া কৰোৱাটো কি তাৰ ধাৰণা মোৰ অস্পষ্ট আছিল—"

চেপা মাতেৰে অপৰাই চিঞৰি উঠিল, "এই কথা মোক কোনোদিন নজনালে কিয় ককাইদেউ ?"

"এটা সময়ত মোৰ কৈশোৰৰ এই প্ৰতিজ্ঞাৰ কথা মই পাহৰি গৈছিলোঁ অপৰা। কিন্তু নিৰঞ্জনে কোনোদিন পাহৰা নাছিল। মই তেতিয়া কলিকতাত ছায়াৰ লগত, তেতিয়া মোৰ গাঢ় প্ৰণয়ে সৰ্বাত্মক ৰূপ লৈছে। সেই সময়তে পাইছিলোঁ নিৰঞ্জনৰ চিঠি। তেওঁ সুধি পঠাইছিল মই তোমাক বিয়া কৰাম নে নকৰাম আৰু মই যদি নকৰাও তেৱেঁই তোমাক বিয়া কৰালে মই বেজাৰ পামনেকি ?"

"ইমানবোৰ ঘটনা! মইতো একোকে নেজানো।"

"নেজানা। জানো মই আৰু নিৰঞ্জনে। মই নিৰঞ্জনক একান্ত আশ্বাস দিলোঁ যে তোমাক নিৰঞ্জনে বিয়া কৰোৱাটোৱেই মোৰ একান্ত কাম্য আৰু তেওঁৰ লগত তোমাৰ বিয়া হ'লে পৃথিবীত মোতকৈ সুখী এজন দ্বিতীয় ব্যক্তি আৰু ক'তো নেথাকিব। নিশ্চয় নিৰঞ্জনে তোমাক ভাল পাইছিল। কিন্তু শেষত মোৰ কথামতেই নিৰঞ্জনে তোমাক বিয়া কৰাইছিল—"

অপৰা স্তব্ধ হৈ গ'ল। কি অদ্ভুত মানুহ নিৰঞ্জন। এদিনৰ কাৰণেও অপৰাৰ আগত শশাংকৰ নাম পৰ্যন্ত উচ্চাৰণ নকৰিলে, যিদৰে প্ৰকাশ নাই কৰা তেওঁৰ মনৰ দুখ আৰু অশান্তিৰ কথা।

"এইবোৰ আমাৰ কি হৈ গ'ল ককাইদেউ— ? কি হৈ গ'ল ?" চেপা মাতেৰে বেদনাত অপৰাই ক'লে।

"কিন্তু আমাৰ কাহিনী শেষ হোৱা নাই। তুমিতো নাটকত অভিনয় কৰিছিলা। ছেক্সপীয়েৰৰ সেই পুৰণি কথাষাৰেই আমাৰ জীৱনত সঁচা হ'ল—পৃথিবীৰ নাট্যমঞ্চত পুৰুষ নাৰী আমি

সকলোৰেই একোজন অভিনেতা। পিছে আমাৰ জীৱনৰ নাটকখন হ'ল এখন আমনি লগা মেল'ড্ৰামা। মঞ্চত যি অচল আৰু বিফল হয়, জীৱনত সেয়ে সত্য হয়।"

হয়তো ঢৌপৰ্নি খতিৰ কাৰণে নাইবা বাষ্পাকুল হৈ উঠাৰ কাৰণে অপৰাৰ চকু দুটা বৰকৈ পুৰিছিল। অপৰাৰ বুকুৰ ভিতৰখন যেন কিবা এটাই হেঁচা মাৰি ধৰিছিল আৰু তেওঁৰ উশাহ বন্ধ হোৱা যেন লাগিছিল।

শুনা-নুশুনা মাতেৰে কান্দো কান্দোকৈ অপৰাই ক'লে, "এতিয়া ইমান পলমকৈ এইবোৰ কথা মোক কিয় ক'বলৈ আহিল ককাইদেউ ?"

"এইয়া ক্ষতিপূৰণৰ অসাৰ্থক চেষ্টা নহয়, প্ৰায়শ্চিত্তৰ প্ৰয়াস। মোৰ নিজৰ সান্ত্বনাৰ কাৰণেই। আৰু এটা কথা মোক কোৱা অপৰা—"

"এতিয়া আৰু আপোনাৰ পৰা গোপন কৰিবলগীয়া মোৰ একো নাই। কওক—"

"মৃগাংকৰ লগত তোমাৰ বৰ্তমান সম্পৰ্ক কেনেকুৱা ?'

"এই প্ৰশ্নৰ উত্তৰ জনাৰ পিছত আৰু আপুনি মোৰ মুখলৈ চাব পাৰিব ? মোক ঘিণ কৰিবলৈকো আপোনাৰ ঘিণ লাগিব।"

"কিন্তু ঘৃণনীয় বুলি জানিও তুমি কিয় মৃগাংকৰ কামনাৰ ওচৰত এইদৰে ধৰা দি নিজক আৰু নিৰঞ্জনৰ সংসাৰখনক ধ্বংস কৰিছা ?"

চিন্তিতভাৱে অপৰাই ক'লে, "মৃগাংকই মোৰ জীৱনৰ প্ৰথম মানুহ। তেওঁক মই এতিয়াও ভাল পাওঁ—"

"আৰু বাগানখন যদি মই লৈ লওঁ আৰু মৃগাংকক যদি মই ইয়াৰপৰা গুচি যাবলৈ বাধ্য কৰোঁ ?"

মৃগাংকৰ লগত মোৰ অতীত আৰু বৰ্তমানৰ সকলো কথা জানক বুলিয়ে আপোনাক ইমানবোৰ কথা ক'লোঁ।"

"নিৰঞ্জনৰ কাৰণে কোনো চিন্তা নাই ?"

"চিন্তা নথকা হ'লে মই তেখেতক এৰি মুকলিভাৱেই গৈ মৃগাংকৰ লগত থাকিলোঁগৈহেঁতেন। তেখেতৰ মনত মই বহুত দুখ দিছোঁ। মই ভুলেই কৰা নাই, পাপ কৰিছোঁ, জানি-শুনি পাপ কৰিছোঁ। কিন্তু মৃগাংকই মোৰ দুৰ্বলতাৰ কথা জানে আৰু ময়ো তেওঁৰ দুৰ্বলতাৰ কথা জানো। আৰু মই ইয়াকো জানো যে মই লগত নেথাকিলে আপোনাৰ বন্ধু খাউণ্ডৰ জীৱনটো তেনেই থানবান হৈ যাব—"

আধাখোৱা চিগাৰেটটো শশাংকই দলি মাৰি পেলাই দিলে আৰু বিছনাত শুই পৰি গাৰুত মূৰটো গুজি দিলে। টোপনিত বাগৰ সলোৱা এটা শিশুৰ নিচিনাকৈ নিশ্চলভাৱে পৰি থাকিল অপৰা।

ৰাতিটো ধীৰে ধীৰে শেষ হৈ আহিছিল। পূবৰ দিগন্তত পোহৰৰ অস্পষ্ট আভাস দেখা গৈছিল। শেষ হেমন্তৰ এটা উমলগা ৰাতি—হেজাৰ বছৰ দীঘল যেন লাগিছিল অপৰাহঁতৰ। যেন মনতেই পৰা নাই কোন কেতিয়াই আৰম্ভ হৈছিল এই দুৰ্বোধ্য, ৰহস্যময় ৰাতিটো।

আৰু কিছু পৰৰ মূৰত ৰাতিটো শেষ হ'ব।

গাৰুত মূৰ গুজিয়ে ৰোষ-ভাৰাক্ৰান্ত গভীৰ মাতেৰে শশাংকই কৈ গ'ল—"বৰ অসহায়, মই বৰ অসহায় অপৰা। জীৱনত তিনিটা প্ৰতিজ্ঞা কৰিছিলোঁ। তাৰে এটাও, এটাও মই ৰক্ষা কৰিব নোৱাৰিলোঁ।"

অপৰা শশাংকৰ কাষলৈ আহিল আৰু বহু বয়স্থা এগৰাকী নাৰীয়ে এটা দুৰ্বল ৰোগী সন্তানক সান্ত্বনা দিবৰ চেষ্টা কৰাৰ ধৰণে চুলিৰ মাজত আঙুলি বুলাই বুলাই ক'লে, "সেইবোৰ কথাকে কিয় ভাবি আছে ককাইদেউ—পাহৰি যাওক সেইবোৰ কথা, অকণমান শোৱক—"

অপৰাৰ হাতখন বিচাৰি আনি গালখনেৰে হেঁচা মাৰি ধৰি শশাংকই ক'লে, "এষাৰ কথা মই তোমাক কোৱা নাই, পৃথিৱীৰ

কোনেও তোমাক নকয়, ক'ব নোৱাৰে। আৰু আজিৰ পৃথিবীত দুজন মানুহৰ বাহিৰে অন্য কোনেও সেই কথা নেজানেও—"

"কি কথা ?"

"মই ঘৰ এৰি দেউতাৰ কাষৰপৰা আঁতৰি গৈছিলোঁ, দেউতাৰ অৰ্জনৰ একো নেখাম বুলি প্ৰতিজ্ঞা কৰিছিলোঁ। কিয় জানা ?"

"কওকচোন—"

"শুনিলে তুমি সহ্য কৰিব পাৰিবা ?"

"কওকচোন—"

"তোমালোকৰ দুৰ্দিনৰ সময়ত, তোমাৰ চকুটো বেয়া হোৱাৰ পিছত—"

কথাখিনি ক'বলৈ যেন শশাংকৰ বৰ কষ্ট হৈছিল, ভয় লাগিছিল।

"সেইবোৰ কথা মই তোমাক ক'ব নোৱাৰোঁ অপৰা, নোৱাৰোঁ—"

"তেন্তে নেলাগে ক'ব—আপুনি শুই থাকক, নহ'লে গা বৰ বেয়া লাগিব।"

শশাংক বহি দিলে।

"নাই, নাই, মোৰ আৰু শুবৰ সময় নাই। এতিয়াই, আজিয়েই মই ইয়াৰপৰা যাম আৰু তাৰ আগতে তোমাক সকলো কথা কৈ যাম—ঘৃণাৰ কথা, পাপৰ কথা, অশ্লীল কথা—"

খিৰিকিৰ বাহিৰত তেতিয়া উষাৰ-পোহৰৰ মৰম কোমল স্পৰ্শ লাগিছে। ভিতৰৰ আন্ধাৰবোৰ তেতিয়াও ডাঠ হৈ আছে।

অপৰাই শশাংকৰ উদ্ভ্ৰান্ত, অসহায় চকুহালৰ ফালে চালে। তেওঁৰ আউলী-বাউলী চুলিবোৰ কপাললৈ নামি আহিছে। একেটা ৰাতিতে যেন শশাংকৰ বয়স বহুত বছৰ আগবাঢ়ি গ'ল তেওঁৰ ওঁঠ দুটা শুকাই গৈছে।

শশাংকই ক'লে, "তোমাৰ চকুটো বেয়া হোৱাৰ কিছুদিন পিছত তোমালোকক সান্ত্বনা দিয়াটো, সাহায্য দিয়াটো দেউতাই বোধকৰোঁ

নিজৰ কৰ্তব্য বুলি ধৰিলে। তেওঁ তোমাৰ মা'ৰ হাতত টকা-পইচা দিলে, টকা-পইচা নিবলৈ মাজে মাজে আমাৰ ঘৰলৈ আহি থাকিবলৈ ললে। তোমাৰ মা সেইদৰে আহি আছিল।

তাৰ পিছত এবাৰ মোৰ আৰু চাকৰ-চাকৰণী হালৰ বাহিৰে আমাৰ পৰিয়ালৰ সকলোকে শিবলঙত থৈ আহিলগৈ। মোৰ স্কুল আছিল, মোক যাবলৈ নিদিলে।

তাৰ পিছত এদিন—এদিন মই আবিষ্কাৰ কৰিলোঁ যে দেউতাৰ কোঠাত কোনোবা তিৰোতা মানুহ আছে। কিছুপৰৰ মূৰত দুৱাৰ মেলি দেউতা কোঠাৰপৰা ওলাই আহিল—তাৰ পিছত ওলাই আহিল—তোমাৰ মা—"

"মোৰ মা— !"

"ওঁ, প্ৰথমতে বুজা নাছিলোঁ, পিছলৈ বুজি পালোঁ যে মোৰ মা আৰু মৃগাংকৰ মা বাচি থকা অৱস্থাতে দেউতাই তোমাৰ মাক ৰক্ষিতা কৰি লৈছে।"

অপৰা কাঠ হৈ গৈছিল, মূৰটো ঘূৰাইছিল, চকুৰে একো দেখা নাছিল, পূবৰ আকাশত দেখা দিয়া বেলিটোক একুৰা জুই যেন লাগিছিল।

শশাংক বহাৰপৰা উঠিল আৰু ক্ৰুদ্ধভাৱে কোঠাটোত ঘূৰি ঘূৰি ক'লে, "পৰা হ'লে তেতিয়াই মই দেউতাক আৰু তোমাৰ মাক হত্যা কৰিলোঁহেঁতেন। কিন্তু মই তেতিয়া সৰু ল'ৰা, তথাপি মই প্ৰতিজ্ঞা কৰিলোঁ যে মই আৰু দেউতাৰ লগত নেথাকিম। কেইদিনমানৰ পিছত কাৰো হাকবচন নেমানি মই তেজপুৰৰ মোমাইদেউহঁতৰ ঘৰলৈ গুচি গ'লোঁ।"

অপৰা বহাৰপৰা উঠিল আৰু শশাংকৰ ওচৰলৈ আহি এক ভয়ঙ্কৰ শুকান মাতেৰে ক'লে, "মোক একো নক'ব। ক'লে মই মৰি থাকিম, সহ্য কৰিব নোৱাৰিম।"

নিজকে কোৱাৰ দৰে শশাংকই ক'লে, "তোমাক কিয় ক'ম?

মই নিজকে কৈছোঁ। এইখন পাপৰ পৃথিৱী। দেউতা পাপী, তোমাৰ মা পাপী, মৃগাংক পাপী, মই পাপী—"

অপৰাই হাতৰ তলুৱা দি শশাংকৰ মুখখন বন্ধ কৰি ধৰিলে, "আপুনি পাপী নহয় ককাইদেউ—আপুনি দেৱতা—"

হাতখন এৰুৱাই শশাংকই ক্ৰুদ্ধভাৱে ক'লে, "দেৱতা! হেজাৰ পাপৰ নীৰৱ সাক্ষীক দেৱতা নোবোলে, অপৰা। মই প্ৰতিজ্ঞা কৰিলোঁ পাপ নকৰিম বুলি। কিন্তু কি মূল্য আছে সেই প্ৰতিজ্ঞাৰ! কাকোতো মই পাপৰপৰা ৰক্ষা কৰিব নোৱাৰিলোঁ। তোমাকো নোৱাৰিলোঁ। তোমালোকতকৈ মই বেছি পাপী।"

শশাংকক শান্ত কৰিব পৰা ভাষা অপৰাব নাছিল। অপৰাই মাথোন একান্তভাৱে আশা কৰিলে যেন শশাঙ্ক কোনো অগ্নিঋষি হওক, কোনো দুৰ্বাসা হওক আৰু তেওঁৰ চকুৰ পৰা একুৰা জুই ওলাই অপৰাক পুৰি ভস্ম কৰি পেলাওক।

তেতিয়া পৃথিৱীৰ বুকুত ব্যাপ্ত হৈ পৰা বেলিৰ পোহৰ-খিনিৰপৰা মুখ ঢাকি ক'ৰবাত পলাবৰ মন গ'ল অপৰাৰ।

…বাপেকৰ ৰক্ষিতা আছিল মোৰ মা আৰু পুতেকৰ ৰক্ষিতা মই। কি বীভৎস! কি জঘন্য! কি অমাৰ্জনীয় অক্ষমনীয় পাপ—কি ভয়াবহ পশুত্ব! এইয়া মই কিহৰ প্ৰায়শ্চিত্ত কৰিছোঁ? মোৰ দাৰিদ্ৰ্যৰ? মোৰ ৰূপৰ, অহংকাৰৰ, মোৰ দুৰাকাংক্ষাৰ নে মোৰ মূৰ্খামিৰ? ..

মই এজনী শিক্ষিতা ভদ্ৰ মহিলা। বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰী, দেশকৰ্মী, সংস্কৃতিসেৱী নেত্ৰী! কি প্ৰহসন! মই এজনী পতিতা, বাৰাঙ্গনা। মই এজনী শিক্ষিতা বেশ্যা!

হঠাৎ নিজকে কঠিন কৰি অপৰা শশাংকৰ ফালে ঘূৰিল আৰু কঠিন মাতেৰে ক'লে, "ককাইদেউ?"

উত্তৰ নিদি শশাংকই তেতিয়াও ক্ৰমে ওপৰলৈ উঠি অহা ৰঙা সূৰ্যটোৰ ফালে চাই থাকিল।

"ককাইদেউ—"

"হুঁ ?"

"আপোনাৰ দেউতাকক, মোৰ মাক, মৃগাঙ্কক কাকো আপুনি একো কৰিব নোৱাৰিলে—"

"মই অক্ষম—"

"কিন্তু আপুনি মোকতো হত্যা কৰিব পাৰে—"

"তোমাক হত্যা কৰিলে কি হ'ব ?"

"আত্মগ্লানিৰ পৰা আপুনি ৰক্ষা পৰিব। মোৰপৰা আপুনি ৰক্ষা পৰিব।"

এনেতে এখন জীপগাড়ী আহি অপৰাহ্ণৰ পদূলিমূৰত ৰৈ গ'ল আৰু তাৰ পৰা এজন মানুহ খৰখেদাকৈ নামি আহিল।

"বৌদেউ—"

উচপ্ খোৱাৰ দৰে অপৰাই মাতটো শুনি নিজকে কিছু সংযত কৰিলে আৰু মাতিলে "কোন ?"

"মই কনক—উঠকচোন অকণমান।"

শশাংকই তেতিয়া নিৰ্বিকাৰভাৱে এটা চিগাৰেট জ্বলাইছিল আৰু নীৰৱে বাহিৰৰফালেই চাই আছিল।

দুৱাৰখন মেলি দি অপৰাই ক'লে, "কি হ'ল কনক—"

"কিবা খবৰ পাইছে নেকি ?"

"কিহৰ খবৰ ?"

"কালিৰ জীপ দুৰ্ঘটনাৰ খবৰ পোৱা নাই ?"

বিশেষ উদ্বিগ্নতা প্ৰকাশ নকৰি অপৰাই ক'লে, "একো খবৰ পোৱা নাই। ক'ত দুৰ্ঘটনা হৈছেনো ?"

ইমান নিৰ্বিকাৰভাৱে অপৰাই কথাখিনি ক'লে যে কনক দমি গ'ল। আৰু ক'লে, "কংগ্ৰেছ অফিচলৈ কালি ৰাতি খবৰ আহিছে যে মাজুলীৰ ভিতৰুৱা গাঁও এখনৰপৰা ঘূৰি আহোঁতে কালি মিনিষ্টাৰৰ পাৰ্টিৰ লগত অহা জীপখন আলিৰপৰা খহি গৈ

গৰখাৰৈত পাৰিলগৈ, আৰু তাত থকা আটাইকেজন মানুহ গুৰুতৰ-ভাৱে জখম হৈছে। নিৰঞ্জনদাই বৰ বেছি দুখ পাইছে। তেওঁক হস্পিতাললৈ আনিবৰ কাৰণে ৰাতিয়ে চিভিল হস্পিতালৰ এম্বুলেঞ্চ গৈছে—"

"তেওঁ বাচি আছেনে নাই ক'ব পাৰা ?"

ইমান নিৰাসক্তভাৱে অপৰাই প্ৰশ্নটো সুধিলে যে কনকে তেওঁৰ মুখলৈ বিস্ময়েৰে চাবলৈ বাধ্য হ'ল।

"বাৰু তুমি যোৱা কনক, মই কিবা এটা কৰিম—"

কৈ অপৰা ভিতৰলৈ সোমাই আহিল। শশাংকই তৌতিয়াও একেথৰে বৈ চিগাৰেট হুপি হুপি বাহিৰৰ ফালেই চাই আছিল।

অপৰা আহি তেওঁৰ কাষতে থিয় হ'ল—"ককাইদেউ—"

"ওঁ, মই শুনিছোঁ।"

"এবাৰ যাব ?"

"ক'লৈ ?"

"ঘাটলৈ।"

"কিন্তু মই একেবাৰেই ওলাই যাম।"

"আৰু মই কি কৰিম ?"

"নিৰঞ্জন যদি মৰিছে ভালেই। যদিহে নমৰে তাৰ অলপ সেৱা-শুশ্ৰূষা কৰি থাকিবা আৰু—" .

"ককাইদেউ—" অপৰাই চিঞৰি উঠিল।

শান্তভাৱে চকীখনত বহি শশাংকই ক'লে, "নিচিঞৰিবা অপৰা, এটা ব্যভিচাৰী জীৱন কটোৱাতকৈ তুমি একেবাৰে মৃগাংকৰ লগলৈও গুচি যাব পাৰা। তুমিতো তাক ভাল পোৱা—"

শশাংকৰ মাতৰ স্হিৰতাত অপৰাই ভয় খাই উঠিল।

"মোক আপুনি হত্যা নকৰে কিয় ককাইদেউ—! মোক মাৰি থৈ নেযায় কিয় ?"

একো উত্তৰ নিদি শশাংক উঠিল আৰু খোবাৰপৰা অনাই থোৱা

কাপোৰৰ মাজৰপৰা পেণ্ট এটা আৰু হাৱাই ছাৰ্ট এটা উলিয়াই লৈ বাথৰুমলৈ গ'ল। তাৰপৰাই অলপ চিঞৰি ক'লে, "হয় যদি মোক এপিয়লা চাহ দিবলৈ কোৱা অপৰা, ডিঙিটো বৰ শুকাই গৈছে।"

অপৰা ৰান্ধনিশাললৈ গ'ল। ইতিমধ্যে ল'ৰাটো উঠি চাহ কৰিছিল। অপৰাই চাহৰ আয়োজন কৰিলে।

মুখ-হাত ধুই পৰিষ্কাৰ কাপোৰ সাজ পিন্ধি শশাংক বাথৰুমৰপৰা ওলাই আহিল। মেজত চাহ-জলপান দি অপৰাই ক'লে, "আপুনি চাহ লওকহি আহক।"

"গৈছোঁ—তুমি ?"

"ময়ো মুখ-হাত ধুই আহোঁ, আপুনি খাওকচোন।"

ততাতৈয়াকৈ অপৰাই গা ধুলে আৰু কাপোৰকানি পিন্ধিলে। চাহ-জলপান শেষ কৰি শশাংকই চিগাৰেট হুপিছিল। অপৰা আহি চাহ খাবলৈ বহিলহি।

নিৰঞ্জনৰ দুৰ্ঘটনাৰ কথা পাহৰি যোৱাৰদৰে অপৰাই সুধিলে, "চৌধুৰীবাৰী বাগানৰ কি ব্যৱস্থা কৰিব ?"

"তোমাক লাগেনেকি ?"

"ছিঃ—"

"কিয় ?"

অপৰাই একো নক'লে। শশাংক বহাৰপৰা উঠিল আৰু নিজকে কোৱাদি ক'লে, "চৌধুৰীবাৰী বাগিচা কিয় মন্মথ চৌধুৰীৰ সমগ্ৰ সম্পত্তি দিলেও তোমাৰ আৰু তোমাৰ মা'ৰ ক্ষতিপূৰণ নহয়। কিন্তু মই মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰিবই লাগিব। বাৰে বাৰে হাৰ-মানিবলৈ মই প্ৰস্তুত নহয়। তেন্তে মই এতিয়া যাওঁ— অপৰা—"

চাহ খোৱা শেষ কৰি অপৰা উঠিল। চুটকেচটো হাতত লৈ শশাংক ঘৰৰ ভিতৰৰপৰা ওলাই গ'ল। গাড়ীখন গোটেই ৰাতিটো

বৰ অৱহেলিতভাৱে চোতালতে পৰি আছিল। শশাংক কাষ চাপিলত গাড়ীখনেও যেন সজীৱতা লাভ কৰিলে।

শশাংকই ষ্টাৰ্ট দি গাড়ীখন ঘূৰালে।

এনেতে ভিতৰৰ পৰা অপৰা ওলাই আহিল আৰু ৰান্ধনি ল'ৰাটোৱে এটা সৰু চামৰাৰ চুটকেচ আনি গাড়ীৰ পাছৰ চিটত ভৰাই দিলে।

"মোৰ চুটকেচটো লৈছোঁ নহয়, সেইটো কাৰ ?"

গাড়ীখনৰ কাষলৈ আহি অপৰাই ক'লে, "মোৰ। ময়ো যাম।"

"তুমি ক'লৈ যাবা আকৌ ?"

"ঘাটলৈ। তেখেতৰ খবৰ এটা নকৰে জানো ?"

শশাংকই গাড়ীৰ দুৱাৰখন মেলি দিলে। তেওঁৰ বাওঁফালে অপৰা গাড়ীত উঠি বহিল।

"আমি চিভিল হস্পিতালত সোমাই যাওঁ—" শশাংকই ক'লে।

অপৰাই একো নক'লে।

গাড়ী চলাবলৈ আৰম্ভ কৰাৰ আগমুহূৰ্তত শশাংকই চিগাৰেট এটা জ্বলাই ওঁঠত লৈ অপৰাৰ ফালে চাই ক'লে, "নিৰঞ্জনটো মৰিলে বৰ বেয়া হ'বনেকি বাৰু ?"

এটা মৃদু শব্দ কৰি নতুন গাড়ীখন অপৰাহঁতৰ চোতালৰপৰা ওলাই আহি আলিবাটত উঠিলহি।

"চিভিল হস্পিতাল কোনফালে ?"

"এইফালে গ'লেও পোৱা যায়।"

গাড়ীখনে স্পীড ললে। ৰাতিপুৱাৰ বতাহজাক অপৰা আৰু শশাংকৰ গালে মুখে লাগিল। হঠাৎ শশাংকৰ মনত লাগিল যেন যিমান সোনকালে পাৰে সিমান সোনকালে এই চহৰখন এৰি যাবৰ কাৰণে তেওঁৰ মনটো উদগ্ৰীৱ হৈ উঠিছে।

"নিৰঞ্জন নহ'লে তুমি কি কৰিবা ?" শশাংকই সুধিলে।

"ব'লকচোন বাৰু—"

"মই কিন্তু অঘৰী অপৰা, মোৰ লগত গ'লে তোমাৰ কোনো কাহানিও এম. এল. এ হোৱাৰ আশা নাই।"

অপৰাই নীৰৱে আগলৈ চাই গৈছিল। ৰ'দজাক ফটফটীয়াকৈ ওলাইছিল। অপৰাৰ কপালৰ ৰঙা সেন্দুৰৰ ফোঁটটো উজ্জ্বল হৈ জিলিকি উঠিছিল।

গাড়ীখন নিৰ্বিবাদে আগবাঢ়ি গৈছিল!

...মন্মথ চৌধুৰীহঁত নমৰে।

মৃগাঙ্ক চৌধুৰীহঁত নমৰে।

মৰে স্বৰ্ণলতাহঁত, নিৰঞ্জনহঁত।

কোনোবা মৰি গড়খাৱৈত পৰি পচি থাকে।

কোনোবা গড়খাৱৈৰ পৰা তললৈ বাগৰি পৰি মৰে।...

অসংলগ্নভাৱে কথাবোৰ ভাবিছিল শশাংকই। আৰু ভাবিছিল নিৰঞ্জনটো যদি সঁচাকৈয়ে মৰিল বা মৰি থাকে।

অপৰাই কি কৰিব, কাৰ লগত থাকিব, ক'লৈ যাব???

অপৰাই কি ভাবিছে নিজেই অকণো বুজিব পৰা নাছিল। বাটৰ কাষৰ পিতনিত মূৰ গুজি মৰি পৰি থাকিবলৈকে নিবঞ্জনৰ নিচিনা মানুহবোৰৰ জন্ম নেকি?

এটা অকথিত ৰুদ্ধ বেদনাৰে অপৰাৰ মনটো ভৰি পৰিল। য'তেই থাকক নিৰঞ্জনক এবাৰ দেখা পাবৰ কাৰণে অপৰাৰ মনটো ব্যাকুল হৈ উঠিল।

অপৰাই শশাংকৰ মুখলৈ চালে। শশাংকৰ চকু-মুখত দৃঢ়তা, হাতৰ মুঠি শক্তিশালীভাৱে ষ্টিয়েৰিঙৰ লগত সংলগ্ন। তেওঁৰ চকু সন্মুখৰ ফালে আলিবাটৰ ওপৰত নিবদ্ধ।

নতুন ফিয়েটখন আগবাঢ়িল—৭০, ৮০, ৯০ কিলোমিটাৰ। দুয়োকাষৰ পৃথিবীখন হু হু কৰে পাছলৈ দৌৰিছে।

অপৰাৰ মনত লাগিল যেন ল'ৰালি কালৰপৰা তেওঁ এইদৰে নিৰ্ভয়ে শশাংকৰ কাষতে বহি আহিছে।

গাড়ীখনৰ শব্দটোও তেওঁৰ বহুদিনৰ চিনাকি যেন লাগিল।

\+ + +

## ॥ আমাৰ প্ৰকাশিত মালিকৰ সাহিত্য-সম্ভাৰ ॥

| | | |
|---|---|---|
| ১। | মৌ ডিমৰুৰ কৌহ | ১২.০০ |
| ২। | কেৱল প্ৰেমেৰেই যদি | ১২.০০ |
| ৩। | ৰাতিৰ কবিতা | ৩৫.০০ |
| ৪। | সুমেৰু কুমেৰু আৰু এটা বাঁহী | ৯.০০ |
| ৫। | মৰম মৰম লাগে | ২০.০০ |
| ৬। | হাঁহি আৰু চকুলোৰ | ৫০.০০ |
| ৭। | ধন্য নৰ তনু ভাল | ৫০.০০ |
| ৮। | ছবিঘৰ | ৩০.০০ |
| ৯। | অন্য যুগ ভিন্ন তীৰ্থ | ২৭.০০ |
| ১০। | ৰাইজৰ মুখৰ মাত | ১৫.০০ |
| ১১। | স্বপ্ন দুঃস্বপ্ন আৰু অন্য কিছু কথা | ২৫.০০ |
| ১২। | আজান ফকীৰ আৰু সুৰীয়া জিকিৰ | ১২.০০ |
| ১৩। | কণ্ঠহাৰ | ৩০.০০ |
| ১৪। | মাটিৰ চাকি | ৩২.০০ |
| ১৫। | এটা চিনাকি দ্বীপৰ তটৰেখা | ১৫.০০ |
| ১৬। | সুৰুযমুখীৰ স্বপ্ন | ২৫.০০ |
| ১৭। | তীৰ্থযাত্ৰী | |